দস্যু ভাস্কর সিরিজ—৫৫

# ভাস্কর আর নিষাদ




শ্রীভূমি পাবলিশিং কোম্পানী

[redacted]প্রকাশ :
আগষ্ট, ১৯৭৭
দ্বিতীয় প্রকাশ :
জুলাই, ১৯৮২

প্রকাশক :
শ্রীভূমি পাবলিশিং কোম্পানী
৭৯ মহাত্মা গান্ধী রোড
কলিকাতা-৭০০ ০০৯

মুদ্রাকর :
শ্রীঅজিতকুমার চৌধুরী
সাধনা প্রেস
২০৬ বিধান সরণি
কলিকাতা-৭০০ ০০৬

মূল্য : পাঁচ টাকা

পৃথিবীত দিনে কত যে মানবৰ জন্ম হৈছে আৰু কতনো লয় পাইছে তাৰ হিচাপ যম-ৰজাৰ ৰেকৰ্ডকিপাৰ স্বয়ং চিত্ৰগুপ্ত মহাশয়েও নিৰ্ণয় কৰিব নোৱাৰিব হৰ পা। শুনিছো তেওঁৰ অফিচতো আজিকালি বহুত হেমগাম চলিছে। জন্ম-মৃত্যুৰ সংখ্যা বঢ়িছে ইয়েনো কাৰণ। কাম বাঢ়িছে দৰ্মহা বঢ়া নাই। মানুহ বাঢ়িছে কাম আৰু বাঢ়িছে। কৰি অঁতাৰ পৰা নাই। নতুন কেৰেণীও ন ।।

কাম যে বেছি হৈছে সেই কথা আমি মৰতত থাকিয়েই গম পাইছো ন ।। আগতে মানুহ মৰিছিল মেলেৰিয়া, ক'লাজ্বৰ, টাইফয়েড, তেজ-গ্ৰহণী, কলেৰা, বসন্ত আদি বেমাৰত। এইবোৰত পাইকাৰী হাৰত মৰিছিল কাৰণে হিচাপ ৰখাত সুবিধা আছিল। সাপে খুঁটি, বাঘে খাই, মৰা-মৰি কৰিও অলপ অচৰপ মৰিছিল। তথাপি এইবোৰ খুচুৰীয়া হিচাপ বৰ বেছি নাছিল। আজি-কালি হেজাৰটা বেমাৰেই ওলাইছে। তাৰ উপৰি চাইকেল, মটৰ, ৰেলগাড়ী, উৰাজাহাজতো আছেই যুদ্ধবেইনো কত অস্ত্ৰ নোলাইছে। ইফালে আকাল-ভেজাল, ইলেকচন, ৰাজনীতি আদি আলেখ আইটেম। এই আটাইবোৰৰ হিচাপ ৰখা কিবা ধেমালি কথা নেকি ' সেয়ে জন্মৰ বেলিকাও তিথি-নক্ষত্ৰ লৈ নানান বেমেজালি। যাৰ কপালত পূৰ্ণিমা বুলি জন্ম তাৰিখ মাৰিব লাগে তাৰ কপালত আঁউসীৰ মোহৰ পৰিছে। যাৰ তৃতীয়াত জন্ম হব লাগে সি ত্ৰয়োদশীৰ পাচপৰ্ট পাইছে।

এনেকুৱাই এটা দুৰ্ঘটনাৰ চিকাৰ হল আমাৰ হৰিকিষণ ভালুকা। হিচাপমতে জন্ম হব লাগিছিল বহাগী পূৰ্ণিমাত। পণ্ডিতসকলে এই তিথিটোকেই হৰিকিষণৰ নিৰ্ভুল জন্মতিথি বুলি ঘোষণা কৰিলে। লগতে ইয়াকো ঘোষণা কৰিলে যে বুদ্ধদেৱৰ জন্মৰ পাছত তিথি-নক্ষত্ৰৰ এনে সুন্দৰ মিল এয়াই প্ৰথম। এই শিশু এজন পৰম জ্ঞানী আৰু প্ৰজাপালক পুৰুষ হব।

কিন্তু দৈবজ্ঞসকলক হতমান কৰিবলৈকে যেন হৰিকিষণে সম্পূৰ্ণ বাৰটা দিন লেট্ কৰি দিলে। দৈবজ্ঞসকল এই ঘটনাত অতিপাত মৰ্মাহত হল। হৰিকিষণৰ এই কুচুৰ্তালিৰ বাবে তাক মনে মনে অভিশম্পাত দিলে।

কিন্তু দোষ কাৰো নহয়। হৰিকিষণ বুদ্ধ পূৰ্ণিমাৰ দিনা ধৰণীত পদাপণ কৰিবলৈ সাজু আছিল। কিন্তু বিধি-পথালি দিলে স্বয়ং বিধাতাই। বিধাতা বুলিলে অৱশ্যে ভুল হব। তেওঁ নাকত তেলদি সদায় যুগনিদ্ৰাতে মগন থাকে। আৰ্জেণ্ট কল নহলে চকু নেমেলে। যি কৰিব লাগে কৰে বুঢ়া চিত্ৰগুপ্তই। চিত্ৰগুপ্তয়ো নহয় অৱশ্যে। তেওঁৰ দপ্তৰে। দপ্তৰত বাবে-বেমেজালিত যি হব লাগে তাকেই হল। ছিল-মোহৰত গোলমাল কৰি এই অঘটন ঘটালে।

হৰিকিষণৰ দেউতাক ৰামকিষণে কিন্তু বৰ সঁকাহ পালে। তেওঁৰ পণ্ডিত বা প্ৰজাপালক ৰজা-লৰাৰ কোনো কামনা নাছিল। তেওঁ কামনা কৰিছিল [illegible]ন পাকৈত ব্যৱসায়ী পুত্ৰৰ। সেয়ে দৈবজ্ঞক তেওঁ আশাতীতভাৱে পুৰস্কাৰ দিলে। আশাতীত পুৰস্কাৰ পাই দৈবজ্ঞই ভেবা-চেকা খাই গৈছিল। শেষত যেতিয়া ঘটনাৰ উমান পালে তেতিয়া তেওঁৰ আগত গোপন ৰহস্য এটা উদঘাটিত হৈ পৰিল। তেওঁ বুজি পালে অঙ্ক কৰি ভৱিষ্যৎবাণী কৰাতকৈ মন বুজি ভৱিষ্যৎবাণী কৰাহে বুধিয়কৰ কাম।

গণনা ভুল হওক বা শুদ্ধ হওক, দেউতাকৰ কামনা যিয়েইকি নহওক নিজৰ ভাগ্যৰ মালিক অকল হৰিকিষণহে। তেওঁৰ কপালৰ লিখন দেউতাকেও ভুজিব লগা নহল। দৈবজ্ঞবো নহল। সেই লিখনৰ ফলাফল এদনীয়াকৈ ভোগ কৰিলে অকল হৰিকিষণেহে।

আমাৰ এই আখ্যায়িকা তাকে লৈ।

হৰিকিষণ ভালুকা নিয়মিত মানুহ। কাঁচীবজাৰৰ চিৰচঞ্চল পৰিবেশত তেওঁ অচঞ্চল এজন মানুহ। যৌৱন ভাটী হিয়া বহুতদিন হল। দেউতাক ৰামকিষণ ভালুকা। লোকে কয় ৰামকিষণ মানুহজন হাড়ে-হিমজুৱে এজন

ব্যৱসায়ী। ব্যৱসায়ৰ বাহিৰে আইন কোনো কথাতে তেওঁৰ ৰাপ নাছিল। আনকি ঘৰ-সংসাৰৰ প্ৰতিও আছিল চৰম উদাচীন। ৰামকিষণ এতিয়াও জীৱিত। কিন্তু বাতিল। বাতিল কৰি পেঞ্চন দিয়ালে পুতেক হৰিকিষণে। তেওঁ এতিয়াও গ্ৰাহকৰ সমাগমত গমগমাই থকা দোকানৰ এচুকত বহি থাকে। এতিয়া ডাঠ-তুলী পৰা 'গদী' নাই। জকমকোৱা মেজ-চকীয়ে তাৰ ঠাই লৈছে। কিন্তু ৰামকিষণ আঁকোৰগোঞ্জ। মেজ-চকীত তেওঁৰ বিশ্বাস নাই। ভক্তিও নাই। বাধ্য হৈ হৰিকিষণে এচুকত চালপীৰা এখনত তুলী পাৰি অতীতৰ স্মৃতিচিহ্ন হিচা'প 'গদী' সংৰক্ষিত কৰি থৈছে। তাতে বহি থাকে ৰামকিষণ। তেওঁৰ কাষতে থাকে তাহানি দিনৰ কাঠৰ পেৰাটো। এই তিনিটা বস্তুৱে—অৰ্থাৎ ৰামকিষণ, 'গদী' আৰু কাঠৰ পেৰাই—আজিও অতীতৰ স্বাক্ষৰ বহন কৰি আছে হৰিকিষণৰ আধুনিক ধৰণে সুসজ্জিত 'ৰামকিষণ-হৰিকিষণ এণ্ড কোম্পানী'য়ে।

ৰামকিষণে 'গদী'ত বহি নতুন যুগৰ ব্যৱসায়ৰীতি, গ্ৰাহক আৰু তেওঁলোকৰ পোছাক-পৰিচ্ছদ, চাল-চলন, আও-ভাও চাই থাকে। বলিৰেখাৰে আকীৰ্ণ মুখখনত, ঢেলা চকুযুটাত আজি কোনো অভিব্যক্তি নাই। কোনো ভাব প্ৰকাশ নাপায়। এটা প্ৰাণহীন মমীৰ দৰে বহি ৰহি চাই থাকে। কেতিয়া'বা কেতিয়াবা কিবা মোকমোকায়। তাৰ কোনো অৰ্থ বোধগম্য নহয়। ওচৰে-পাজৰে কোনোবা থাকিলে কিছুমান দুৰ্বোধ্য শব্দ শুনি ঘূৰি চায়। নহলে ৰামকিষণক কোনেও গ্ৰাহ্য নকৰে। তেওঁৰ জীৱন্ত অস্তিত্ব স্বীকাৰ নকৰে। তথাপি সকলোৱে জানে এই ব্যৱসায়, আনকি বৰ্তমানে এই ব্যৱসায়ৰ গুৰি ধৰি আছে যিজন সদা-তৎপৰ, চতুৰ আৰু আধুনিক কায়দাৰ ব্যৱসায়ী তেৱোঁ এই ৰামকিষণৰে সৃষ্টি। আগতে এই কোম্পানীৰ নাম আছিল জয়কিষণ ৰামকিষণ ভালুকা কোম্পানী। জয়কিষণ আছিল ৰামকিষণৰ দেউতাক আৰু হৰিকিষণৰ ককাদেউতাক। জয়কিষণ বহুতদিনৰ আগতে ৰামকিষণৰ হাতত ব্যৱসায় আৰু সংসাৰৰ দায়িত্ব গতাই বিদায়

লৈছিল। তেতিয়া হৰিকিষণৰ বয়স আছিল দহ-এঘাৰ। ৰামকিষণে লোকক দেখি হৰিকিষণকো ইস্কুললৈ পঠিয়াইছিল। কিন্তু অষ্টম শ্ৰেণীৰ পৰীক্ষা দি উঠাৰ পাছতে হৰিকিষণৰ চাল-চলনত ৰামকিষণ বৰ চিন্তিত হৈ পৰিল। এদিন তাৰ মুখত 'স্বদেশী'-আৰু 'ইনকিলাব জিন্দাবাদ' ধৰণৰ কথা-বতৰা শুনি স্কুলীয়া শিক্ষাৰ কুফল যে কিমান মাৰাত্মক হ'বগে পাৰে তাৰে প্ৰমাণ পাই শিয়ৰি উঠিল। তেওঁ পুতেকক আৰু সেই গাঁও-পৰিৱেশত ৰখা উচিৎ বিবেচনা নকৰিলে। গতিকে হৰিকিষণৰ পুঁথিগত বিদ্যাৰ সিমানতে সামৰণি পৰিল। কিন্তু হৰিকিষণে সেইখিনি শিক্ষাৰ মাজৰ বাণিজ্যিক সাৰমৰ্ম উদ্ধাৰ কৰিলে তাৰ ফল ফলিযাবলৈ পলম নহ'ল। ইফালে ৰামকিষণে পুতেকৰ ভৱিষ্যৎ চিন্তা কৰি এদিন 'গনেচ উলটা'ই দিলে। তাৰ এমাহৰ পাছত ৰামকিষণে নতুনকৈ ব্যৱসায় আৰম্ভ কৰিলে। এইবাৰ ব্যৱসায়ৰ নাম হ'ল ৰামকিষণ-হৰিকিষণ কোম্পানী। আগতে আছিল গেলামালৰ পাইকাৰী ব্যৱসায়। এতিয়া এই কোম্পানীৰ ব্যৱসায় তালিকাত কোনটো বস্তুযে নাই তাকেহে বিচাৰিব লাগে।

তিনি পুৰুষে ভালুকা বংশৰ হাতত কিমান ধন-সম্পত্তি গোট খাইছে তাৰ হিচাপ হয়তো স্বয়ং হৰিকিষণেও দিব নোৱাৰিব। ৰামকিষণে থুল-মূল হিচাপ এটা জানিছিল। সেয়া তেওঁৰ দিনলৈকে। তেওঁ অৱসৰ লোৱা আজি পোন্ধৰ বছৰ হ'ল। এই পোন্ধৰ বছৰৰ হিচাপ তেওঁ নাজানে। তেওঁ মাথোন দেখিছে আগৰ আধা-পকী আন্ধাৰ আৰু অস্বাস্থ্যকৰ ঘৰটো এতিয়া নাই। তাৰ ঠাইত দেখা দিছে বিতোপন প্ৰাসাদ। তলাতলি ঘৰ। আটাইবোৰ ঘৰত তেওঁ সোমায়ো পোৱা নাই। এতিয়া উঠা-নমা কৰিব নোৱাৰে। কষ্ট হয়। কিন্তু 'গদী'ত বহি বহিয়েই তেওঁ দেখিছে এটাৰ পাছত এটাকৈ নামী-কোম্পানীৰ দামী দামী চন্দুকবোৰ ওপৰলৈ তুলি নিয়া। কোনটো ঘৰত সেইবোৰ সজাই থৈছে তাকো তেওঁ কব নোৱাৰে। তেওঁ মাথোন নিৰৱ সাক্ষী।

হৰিকিষণৰ পুথিগত বিদ্যা অষ্টমমানলৈকে। কিন্তু দহজন অৰ্থবিত্তাৰ ভক্তৰেটেও তেওঁ ব্যৱসায়িক বিত্তাৰ তলি নাপায়।

হৰিকিষণ অমায়িক। উদাৰ। সামাজিক আৰু দানশীল। ব্যৱসায়ীৰ পক্ষে ব্যৱসাগত সাফল্য আৰু ব্যৱসায়গত নিৰাপত্তাৰ কাৰণে এইকিটা অতি-প্ৰয়োজনীয় গুণ।

হৰিকিষণে ব্যৱসায়ক সমাজ আৰু জীৱনৰপৰা বেলেগকৈ ধৈছে। তাত কোনো দুৰ্বলতাক তেওঁ আঙুলি টোৱাবলৈ নিদিয়ে। সেয়ে পৃথিৱীত বেচা-কিনা কৰিব পৰা যিমান বস্তু আছে, সেয়া বৈধ্য-অবৈধ যিয়েই নহওক লাগিলে, তাৰ বেহা-পাতিৰ পৰা তেওঁ হাত সাৱটি নলয়।

কিন্তু সেইবোৰ কথা লৈ আমাৰ মূৰ ঘমাবলৈ কোনো কাৰণ নাই। কানি, ভাং, মদ এইবোৰৰ কাৰবাৰ চিৰদিন নিন্দিত হৈ আছিছে। চোৰাং কাৰবাৰ আৰু চৰকাৰৰ মানতো দোষণীয়। দাস ব্যৱসায় সভ্য মানুহৰ ওচৰত ঘৃণনীয় বুলি তাক কাহানিবাই নিষিদ্ধ কৰা হৈছে। নাৰী ব্যৱসায় মানৱজাতিৰ এক কলঙ্কিত জীৱিকা বুলি পাৰি। অথচ সেইবোৰ জানো চলা নাই? এইবোৰ ব্যবসাৰ লগত জানো সভ্য মানুহ যুক্ত হৈ থকা নাই? এইবোৰ জঘন্যতম ব্যবসাৰ দ্বাৰা অৰ্জিত ধনেৰে জানো সমাজৰ গণ্য-মান্য, শিক্ষিত-সৰবৰহী মানুহৰ শৰীৰ পুষ্ট হোৱা নাই? সেইবোৰ মানুহৰ তেজ-মঙহক জানো সেই পাপাৰ্জিত ধনে বিষাক্ত কৰিছে? তেওঁলোকৰ শৰীৰত জানো কুষ্ঠৰোগ দেখা দিছে? গেলি-পচি খহি পৰিছে জানো হাড়-মঙহ?

তেনেকুৱা কোনো ঘটনাৰ কথা শুনা নাই। তেওঁলোক বেছ সুস্থ-সবল হৈয়ে আছে। অথচ সভ্য-ভব্য বোলাই। সমাজত মান পাইছে, আদৰ পাইছে।

গতিকে হৰিকিষণেও যদি পায় সেই কথাত আপত্তি কৰিবলগীয়া কি আছে? কৰিছেইবা কোনে? কৰিলেইবা তালৈ কাণ দিওতা কোন আছে? বৰং নিজৰ কাণ কটা যোৱাৰহে ভয়।

গতিকে সেইবোৰ মহৎ চিন্তা সক বাইজে আজিকালি কৰিবলৈ এৰিলে। প্ৰত্যেকৰে কাণকিখন নিজৰ ৬চৰত বহুত বেছি দামী। বিশেষকৈ কাণৰ গুৰি ধৰি থকা মূৰটো। কাণত ধৰিলে মূৰটোলৈ অনপহে বাকী থাকে। গতিকে সেইবোৰ মহৎ চিন্তাৰ বুৰবুৰণি কাঢ়ি থাকিবলৈ বহুতেই মাস্তি নহয়।

হৰিকিষণ গণ্যমান্য লোক। নামজ্বলা লোক। ধাৰ্মিক আৰু সৰবৰংশ লোক। তেনেকুৱা মানুহজনেই শেষত খুন হল। তেওঁৰ জীৱনবো জীৱন আৰু লাখ লাখ মানুহৰ জীৱনৰ গোটমৰা বসোৰে মেতৰা তিনিটা চন্দুকৰ আগত তেওঁৰ মৃতদেহটো পৰি ৰ'ল। চন্দুককিটাই যেন সিইতৰ সমুখতে এটা হত্যাকাণ্ড হোৱা দেখি পেপুৱা লাগি মুখ মেলি চাই আছে। এতিয়া চন্দুককিটা শূন্য। হঠাতে সিইত আঁডি নিচলা হৈ পৰিছে।

পাছদিনা পুৱা ভায়েক ৰাধাকিষণবো কোনো সান্ধদ পোৱা নগ'ল।

এই কথাই ৰহস্য বেছি ঘনীভূত কৰি তুলিলে। সকলোৰে চকুত এটা অব্যক্ত প্ৰশ্ন—ঘটনা কি ? কিন্তু সেইটো সম্পূৰ্ণ প্ৰশ্ন নহয়। সেই অব্যক্ততাৰ আঁৰতো বাকী যিকণ লুকাই আছে সেইটো হল—তেস্তে ভায়েকেই ?

হৰিকিষণৰ এনে অপঘাত মৃত্যুত বহুতেই বেজাৰ পালে। পোৱা কথাই। মৰা মানুহৰ লগত কাৰো বিবাদ নাথাকে। কোনো বিবাদী নাথাকে।

কিৰীটি শইকীয়াৰ কথা বেলেগ। তেওঁ আজি-কালি খুন হোৱাৰ ঘটনাবোৰ একেবাৰে পচন্দ নকৰা হৈছে। হৰিকিষণ তেওঁৰ বন্ধু নাছিল। অথচ শত্ৰুও নাছিল। অন্ততঃ জীৱিত থাকোতে তেনেকৈ ভবাৰ কোনো থল নাছিল। অথচ বেচেৰা মৰাৰ লগে লগে কিৰীটি শইকীয়াৰ মনত সেই সন্দেহ উপজিল। তেওঁৰ দৃঢ় বিশ্বাস হল জীয়াই থাকোতে হৰিকিষণে তেওঁক ছলনা কৰি ভালৰি বোলাই আছিল। মৰি তেওঁৰ বুকুত শতক-শেল শাণি গ'ল।

আচল কথাটো হৈছে শইকীয়াই আজি-কালি কথাবোৰ নতুন ধৰণে ভাবিবলৈ ধৰিছে। তেওঁ এই কথা থিৰাংকৈ বুজি পাইছে যে পুলিচৰ শত্ৰু

হত্যাকাৰী নহয়। আচল শত্ৰু হত হোৱাজনহে। এই কথাত তেওঁ কোনো যুক্তি নামানে। কোনো প্ৰমাণ গ্ৰাহ্য নকৰে। এয়া হেনো তেওঁৰ জীৱনৰ অভিজ্ঞতা। অভিজ্ঞতাৰ ওচৰত তত্ত্ব তেনেই অসাৰ বস্তু।

আমিও নহয় বুলিবলৈ ঠাইৰ পোৱা নাই অৱশ্যে। কাৰণ এই যে হৰিকিষণ বোকা মানুহজন মৰিল এই মৰণৰ বাজে আন কোনো উপায় নাছিল? বেমাৰ-আজাৰবোৰ কিবা দেশত্যাগী হল নে? যদি বেমাৰত মৰিবলৈ বেয়া পাইছিল তেতিয়া হলে মটৰ একচিডেণ্ট হৈ মৰাত কিনো আপত্তি আছিল? ৰেলৰ তলত পৰিযেইবা মৰিব নোৱাৰিলে হেতেন নে? গুপ্ত ঘাতকৰ হাতত মৰিবলৈ বাট চাই থকাৰ কাৰণ কি? কাৰণ অইন একো নহয়। কাৰণ হল তেওঁক জব্দ কৰা। জীয়াই থাকোতে সেইটো কৰিব নোৱাৰি মৰি গৈ মনোবাঞ্ছা সিদ্ধি কৰিলে।

কিৰীটি শইকীয়াই সেইকাৰণেই হৰিকিষণৰ কাৰণে শোক কৰিব নোৱাৰিলে। মুঠেই বেজাৰ নকৰিলে। বৰং খং কৰিলে। গৰিহণা দিলে। এবাৰ ইচ্ছা হৈছিল হৰিকিষণৰ দেহান্তৰী হোৱা আত্মাটোক চোঁচৰাই আনি তেওঁৰ থকা-সৰকা দেহটোত ভৰাই গ্ৰেপ্তাৰ কৰি এই শত্ৰুতাৰ প্ৰতিশোধ লবলৈ। সেই আশা অৱশ্যে বাধ্য হৈ ত্যাগ কৰিব লগা হল। সেই বিদ্যাটো তেওঁ নাজানে।

ঘাতকবোৰৰ বিৰুদ্ধে শইকীয়াৰ কোনো অভিযোগ নাই বুলিলেও সমুলি সঁচা কোৱা নহয়। অভিযোগ আছে। অভিযোগ নুবুলি অভিমান বুলিলেহে বোধ কৰো সঠিক হব। এবিধ মানুহ আছে যিবোৰে অনায়াসে মানুহক হত্যা কৰিব পাৰে। অৱশ্যে হত্যাৰ দ্বিবিধ উপায় আছে। প্ৰত্যক্ষ হত্যা, পৰোক্ষ হত্যা। প্ৰত্যক্ষ হত্যাকাৰীক আমি বোধ কৰো বেছি ঘৃণা কৰো। গৰিহণা দিওঁ। যদিও এই ধৰণৰ হত্যাৰ চিকাৰ হয় একোবাৰত এজন বা দুজন। কিন্তু অপ্ৰত্যক্ষ হত্যাকাৰীৰ প্ৰতি আমাৰ ঘৃণা সিমান তীব্ৰ নহয়। কেতিয়াবা কেতিয়াবা আমি তাৰ অস্তিত্বকে ধৰিব নোৱাৰো। অথচ অপ্ৰত্যক্ষভাৱে কিন্তু

‘গণহত্যা’ চলিছে। সেইবোৰক আমি কওঁ অপুষ্টি, অনাহাৰ, বেমাৰ বা বিষাক্ত খাদ্য গ্ৰহণ জনিত মৃত্যু। প্ৰত্যক্ষ হত্যাকাৰীৰ প্ৰতি আইনো কঠোৰ। পৰিণাম মৃত্যুদণ্ড। কিন্তু ‘গণহত্যাকাৰী’ অদৃশ্য আৰু বিলম্বিত ঘাতকইতে থাকে আইনৰ মুঠিৰ বাহিৰত। কেতিয়াবা মুঠিৰ ভিতৰত সোমালেও সামান্য শাস্তিৰ ব্যৱস্থা কৰিয়েই আইন সন্তুষ্ট থাকে।

থাকক। আইনৰ সাঁথৰ ভাঙিবলৈ হাবাথুৰি খোৱাৰ আমাৰ দৰ্কাৰ নাই। এতিয়া হৰিকিষণ ভালুকাৰ হত্যা ৰহস্য ভেদ কৰাটোহে বিশেষ দৰ্কাৰ।

আমাৰ প্ৰশ্ন দুটা। হৰিকিষণক হত্যা কৰা হল কিয়? হত্যাকাৰী কোন

## অদৃশ্য ঘাতক

কিৰীটি শইকীয়াৰ নিচিনা চতুৰ আৰু কূটবুদ্ধি একজন চোৰা চোৰা বিষয়াও কবলৈ বাধ্য হল যে এয়া কোনো অদৃশ্য ঘাতকৰ কাম।

শইকীয়াই মিছা কোৱা নাই। যিকোনো জ্ঞানী মানুহেই এই কথা কব। কাৰণ ঘাতকে তাৰ কোনো সূত্ৰকে এৰি থৈ যোৱা নাই। সমগ্ৰ ঘটনাটো যেন যাদুৰ দ্বাৰাহে সমাধা হল। তাত মানুহৰ কোনো পোনপটীয়া যোগাযোগ নাই। দূৰৰ পৰা মন্ত্ৰৰ দ্বাৰা কে যেন কামটো কৰা হল। তিনিটাকৈ চন্দুক ভঙা হল। ঘৰৰ বয়-বস্তু থান-বান কৰা হল। এটা মানুহ হত্যা কৰা হল অথচ বাহিৰৰ কোনো মানুহ যে ঘৰত সোমাইছিল তাৰ সামান্য প্ৰমাণো নাই।

নাই যে সেই কথা কিৰীটি শইকীয়াই বুজিছে। বিনা দ্বিধাই একেশাৰে স্বীকাৰ কৰিছে। কিন্তু পৃথিৱীৰ আটাইবোৰ মানুহৰ মন, বুদ্ধি আৰু অভিজ্ঞতা কিৰীটি শইকীয়া বা বিকাশ বৰুৱাৰ দৰে পৈণত নহয়। অভিজ্ঞতাও বহল নহয়। লোকে জানে যে হত্যা বা চুৰি-ডকাইটি আপোনা-আপুনি নহয়। তাত মানুহৰ হাত থাকে। মানুহৰ প্ৰত্যক্ষ উপস্থিতি অৱশ্যম্ভাৱী। তেনেস্থলত শইকীয়াৰ

কথাত পতিয়ন যোৱা বা পতিয়ন নিওৱা অলপ টানেই। কথা হল তেনেকুৱাই।

আগতে কৈ আহিছো যে হৰিকিষণ ভালুকা এলা-পেছা মানুহ নহয়। তেওঁ ধনীতো হয়েই, সামাজিকো। সেয়ে সকলোৰে মুখে মুখে সদায় একেটা মাথোন প্ৰশ্ন—হত্যাকাৰী ধৰা পৰিলনে? আৰু তাৰ উত্তৰো মাথোন একেটাই—নাই পৰা। তাৰ পাছতে মানুহৰ মুখত দেখা দিয়ে ৰহস্যপূৰ্ণ এক বিদ্ৰূপৰ হাঁহি। সেই হাঁহিত শব্দ নাই। কিন্তু শূল আছে। মৰ্মত বিন্ধি যায় সেই শূল।

শুনাহত কৈ কিৰীটি শইকীয়াৰ মিজাজ দিনক-দিনে যেন তিতিৰি তুলাৰ দৰে হৈ উঠিছে। লঘু কথাতে দপকৈ জ্বলি উঠে। ঘৰতো অশান্তি। ঘৰ বুলিবলৈ পত্নীয়েক। আৰু চাকৰলৰা মহেন।

মহেনটো পিছে আজিকালি বৰ টেটন হৈ উঠিছে। শইকীয়াৰ গোঁফৰ চেহেৰা দেখিলেই মনৰ কথা গম পাই যায়। কথাতে আছে নহয়, চিকাৰী মেকুৰীৰ গোঁফতে চিন। শইকীয়াৰ বেলিকাও সি সেই গোঁফকেই চিগনাল্ কৰি লৈছে। আমি হলে পৰীক্ষা কৰি চোৱা নাই। সি কোৱা মতে শইকীয়াৰ মিজাজ ভালে থাকিলে তেওঁৰ গোঁফ হেনো পৰি থাকে। বেয়া হলে ঠৰডাং-ঠৰ হৈ পৰে। ঠিক আজি-কালি ৰেলৰ চিগনালৰ দৰে। সেই চিগনালৰ উঠন-পতনলৈ চকু ৰাখিয়েই সি তেওঁৰ আলপৈচান ধৰে। যেন যেতিয়া চিগনাল আপ দেখে তেতিয়া ৰ ফি দিবলৈ আগতে মুখখন এনেকুৱাকৈ কৰে যেন তাৰ মাকহে মৰিছে। আকৌ চিগনাল যেতিয়া ডাউন থাকে তেতিয়া সি এনেকুৱা ভাব দেখুৱায় যেন এইমাত্ৰ সি অসম ৰাজ্যিক লটাৰীৰ প্ৰথম পুৰস্কাৰ পোৱাৰ খবৰ পাইছে।

এই বিষয়ে সি সৰ্বেশ্বৰীকো সতৰ্ক কৰি দিয়ে। এই ফালৰপৰা তাৰ অনুভূতি সৰ্বেশ্বৰীতকৈও চোকা। সিহে কিৰীটি শইকীয়াৰ মনৰ উজান-ভাটী ধৰিব পাৰে।

এই কেদিন সৰ্বেশ্বৰীয়ে শইকীয়াৰ মনৰ গতি যে কেনিবাদি বৈছে গম পোৱা নাছিল। আহৰিকে পোৱা নাছিল। চাৰিওফালে বিয়া-বাৰুৰ ধুম পৰিছে। বিয়া খাই ফুৰোতেই তত পোৱা নাই। মহেনেও সেইকাৰণে সঁকীয়নিও দিয়া নাই। দিলে তাৰহে লেঠা। দুয়ো কাজিয়া কৰিব। জাল জাৰিব তাৰ ওপৰত। বোলে অমুকটো নাই কিয়, তমুকটো কি কৰিলি, ভুছুকটো নানিলি কিয়? তাক্তকৈ এইদৰে চলাই দিব পাৰিলেই ৰক্ষা। ডাঙৰ কিবা ঘটনা হলে গৃহস্থজন জপ্পকা মাৰি থাকে। খাবলৈ দিলে খায়। নিদিলেও দোষ নধৰে। এইফালৰপৰা মহেনৰ হেমগাম একো নাই।

পিছে ঘৰতে থাকি ঘৰৰ মানুহজনৰ গড-গতি গম নোপোৱাকৈ জানো থাকিব পাৰি? সৰ্বেশ্বৰীয়েও গম পাই গ'ল। সাধাৰণ ঘটনা এটাতে গম পালে।

সেইদিনা সন্ধিয়া বেলিকা সৰ্বেশ্বৰী সাজি-কাচি এখন বিয়ালৈ যাবলৈ ওলাইছিল। যাবৰ সময়ত শইকীয়াক কিবা দৰ্কাৰী কথা এটা সোঁৱৰাই দিবলৈ বুলি আগফালৰ কোঠালৈ আহিল। তেতিয়াই ঘটনাৰ বুজ পাই গ'ল।

শইকীয়াই বৰ্মা চুৰট খায়। চুৰট এটা সদায় ওঁঠৰ ফাকত নহলে আঙুলিৰ কেৰেপাত থাকেই। কিন্তু সেইদিনা ঘটনা দেখি সৰ্বেশ্বৰী বিচুৰ্তি। শইকীয়াৰ এডাল ৰঙা-সেইজীয়া পেঞ্চিল আছে। পেঞ্চিলডাল বৰ্মাচুৰটৰ নিচিনাই শকত। সেইডাল সদায় টেবুলতে থাকে। টেবুল-অৰনী। মাজে মাজে দৰ্কাৰ হয়। বহুতদিনৰ পৰাই আছে। ক্ষয় গৈ গৈ এতিয়া দুই ইঞ্চি মানহে অৱশিষ্ট আছে। শইকীয়াই সেইডালকে এতিয়া ওঁঠত লগাই চিগাৰেট লাইটাৰেৰে জলাবলৈ চেষ্টা কৰিছে। কিন্তু কাঠৰ বস্তুটো সততকাই জলিব কিয়? তেওঁ কিন্তু লাইটাৰটো ধৰিয়েই আছে। সেই অৱস্থাতে সৰ্বেশ্বৰী গৈ পালে। কাণ্ড দেখি তেওঁৰ চকু থৰ হল। খন্তেক তভক লাগি ৰ'ল। তাৰ পাছত কাষ চাপি গৈ পেঞ্চিলডাল টান মাৰি একৰাই আনিলে।

কৰিছে কি? সৰ্বেশ্বৰীয়ে কলে।

শইকীয়াই চক খাই সৰ্বেশ্বৰীলৈ চালে। এনেকৈ চালে যে সৰ্বেশ্বৰী কোনোবা অচিনাকি মানুহ। আগতে কাহানিও এইগৰাকী মহিলাক তেওঁ দেখা নাই।

হৈছে কি আপোনাৰ ? সৰ্বেশ্বৰীয়ে শইকীয়াৰ কান্ধ জোকাৰি সুধিলে।

এইবাৰ এটা হুমুনিয়া কাঢ়িলে শইকীয়াই। তেওঁ যেন মনে মনে ক'ৰবালৈ গুচি গৈছিল। সৰ্বেশ্বৰীয়ে তেওঁক ঘূৰাই আনিলে।

আপুনি ইমান আপোন-পাহৰা হৈ পৰিছে যে চুৰট আৰু পেঞ্চিলৰ পাৰ্থক্যও গম নাপালে ? সৰ্বেশ্বৰীয়ে পেঞ্চিলডাল দেখুৱাই কলে।

এ, হয়নেকি ? হাঃ হাঃ হাঃ ! শইকীয়াই হাঁহিলে।

কি ভাবিছিলে

আমাৰ যি ভাবনা তাকেই ভাবিছিলো। [illegible]

আপুনি মজিন্দাৰৰ তালৈ নাযায় নেকি ? [illegible]

বিয়ালৈ নোযাবিম। বহুত কাম আছে। তুমিয়েই যোৱা গৈ

আপোনাৰ কাম আৰু নুগুচিল। সমাজ-সামাজিকতাও নাইকিয়া কৰিলে।

আমাৰ কাম তেনেকুৱাই। মজিন্দাৰক বুজাই কবা। শইকীয়াই কলে।

এই সময়তে পদুলিমুখত এখন জীপ আহি বৈ দিলে।

বকৰা চাহাব আহিছে। দৰকাৰী আলোচনা আছে।

জানিছো নহয়। হেৰি, মোৰ যদি অলপ পলম হয় তেতিয়া হলে খাবলৈ বৈ নাথাকিব। মই মহেনক কৈ থৈছো। নটাতে খাবলৈ দিব।

বিকাশ বকৰা সোমাই আহিল।

কেনিবা যায় হবলা ? বকৰাই সৰ্বেশ্বৰীক সুধিলে।

মজিন্দাৰৰ ছোৱালীৰ বিয়া। নগলেই নহয়। এখেত নাযায় বোলে। তাকে কৈছিলো, বোলো কি চাকৰিনো ললে যে সমাজো এৰিব লগীয়া হল।

সঁচাই। মোৰো সেই অৱস্থা। ঘৰত কাজিয়াই হল। তেওঁক কলো বোলে তুমিয়েই যোৱা। মই নোযাবিম যাব। খং কৰি তেওঁ ওফোন্দ

পাতিছে। সুবুজিলে উপায় কি? আমাৰ কামেই তেনেকুৱা। এয়া কিবা নতুন কথা নেকি? অৱশ্যে মজিন্দাৰৰ ঘোৰালীৰ বিয়াত নোযোৱাটো বেয়া দেখায়। তথাপি কর্তব্য প্রধান।

ভালেই হল তেন্তে। মই তেখেতকে লগ ধৰোগৈ। সর্বেশ্বৰীয়ে কলে।

বৰ ভাল হব তেতিয়াহলে। অনুগ্রহ কৰি তাকে কৰক। মই এখন গৃহ-কন্দলৰ পৰা ৰক্ষা পাম।

বহক তেন্তে। মহেনক কফি দিবলৈ কৈ যাওঁ। সর্বেশ্বৰী গুচি গ'ল।

সৰ্বেশ্বৰী যোৱাৰ পাছতো দুইজন পকামূৰীয়া বিষয়াই প্রসঙ্গটো আৰম্ভ কৰিব [illegible]। দুয়ো জানে যে তেওঁলোকে এতিয়াও আন্ধাৰতে হেঁপিয়াই ফুৰিছে। [illegible] [illegible]নো সূত্র বা সংকেতো নাই।

[illegible] শেষত বিকাশ বৰুৱাই প্রসঙ্গতো তুলিলে।

[illegible] সি'বৈ তেতিয়াও কোনো সূত্র এৰি'থৈ নাযায়। [illegible]ইকীয়াৰ কথাত ক্রোধ [illegible] ঘৃণা প্রকাশ পালে।

শইকীয়াৰ কথাৰ [illegible] বি[illegible] বৰুৱা আগ্রহী হল।

হত্যাকাৰীক চিনি পাইছে তেন্তে? বৰুৱাই সুধিলে।

নিশ্চয়। চিনাকি হত্যাকাৰীক চিনি নোপোৱাৰ কি কাৰণ থাকিব পাৰে? কিন্তু এই গাডুকৰক ধৰা জানো সম্ভৱ?

কোন?

কোন আৰু! মানৱসমাজৰ কলঙ্ক, সভ্য, শান্তিপ্রিয় মানুহৰ পৰম শত্রু দস্যু ভাস্কৰ।

দস্যু ভাস্কৰ! উচাপ খাই উঠি কলে বিকাশ বৰুৱাই।

নিশ্চয়। নহলে সকলো প্রমাণ লোপ কৰি এইধৰণৰ নৃশংস হত্যাকাণ্ড কাৰো দ্বাৰা সম্ভৱ নহয়।

এযাই জানো প্রমাণ বুলি গণ্য হব পাৰে শইকীয়া?

কিয় নোৱাৰিব? পাৰিপাৰ্শ্বিক পৰিস্থিতিয়ে এই সিদ্ধান্তলৈকে আঙুলিয়ায়। মোৰ অভিজ্ঞতায়ো ইয়াকে সমৰ্থন কৰে।

বিকাশ বৰুৱাই বোধ কৰো শইকীয়াৰ কথাত মাস্তি হবলৈ টান পালে। তেওঁ তলমূৰ হৈ বহি থাকিল। সেই সময়তে কিবা বস্তু এটা টপৰকৈ তেওঁৰ ভৰিৰ গুৰিতে পৰিল। সেই শব্দত দুয়ো চক খাই শব্দ অনুসৰণ কৰি চালে। বস্তুটো হুবহু এটা ৰাইফেলৰ বুলেটৰ নিচিনা। দুযো বাহিৰলৈ চাই পঠিযালে। পৰিমুখত পহৰাজনৰ বাহিৰে কাকো নেদিখিলে। কিন্তু পহৰাজনক অলপ বিব্ৰত আৰু বিচলিত যেন অনুমান হল। তেওঁ ৰাইফেলটো দাঙি ইফালে-সিফালে চাইছিল।

শইকীয়াক বস্তুটো বুটলিবলৈ যোৱা দেখি বৰুৱাই কলে, ৰ'ব শইকীয়া। আহক আমি অলপ আঁতৰি যাওঁ। আজি-কালি অচিনাকি বস্তু জধেমধে চুব নাপায়। কোনে জানে, হয়তো এইটো এটা টাইম বোমা।

শইকীয়াই সুচুলে। দুয়ো আগফালে পৰ্টিক'লৈ ওলাই গ'ল।

পৰ্টিকতো চকী আছিলে তাতে বহিলে। শইকীয়াই পহৰাজনক মাতিলে।

কিবা হৈছে নেকি? শইকীয়াই সুধিলে।

ওচৰতে ক'ৰবাত গুলী কৰাৰ নিচিনা শব্দ হল। আৰু মোৰ মূৰৰ ওপৰেদি চোঁকৈ কিবা এটা উৰি যোৱা যেন লাগিল।

গুলী নহয়। ফট্‌কা-চট্‌কা কিবা হব পাৰে। অলপ আঁৰ লৈ থাকা। যোৱা।

পাঁচ মিনিট সময় উকলি গ'ল। একো নহল। তেতিয়া দুয়ো আকৌ ভিতৰলৈ গ'ল। এইবাৰ বিকাশ বৰুৱাই বস্তুটো বুটলি ললে। বহুতপৰ পৰীক্ষা কৰাৰ পাছত বস্তুটো ধৰা পৰিল। বস্তুটো বুলেটো, আকৌ কেপছুলো। সামান্য বাৰুদ আছিলে। সেইকাৰণে বুলেটৰ দৰে বস্তুটোক ফায়াৰ কৰি পঠিয়া সম্ভৱ হৈছে। তলত ধাতুৰে সজা বস্তুটো পকাই দিয়াৰ লগে লগে

এৰাই গল। বাকী থকা প্লাষ্টিকৰ চুঙাটোৰপৰা এটা কেপছুল ওলাই পৰিল। কেপছুলটোৰ জোৰাটো একৰাই দিয়া হল। তাৰ ভিতৰত এখন ভাজকৰা ৰঙা কাগজ পোৱা গ'ল। দীঘলে চাৰি ইঞ্চি, বহলে আঢৈ ইঞ্চিমান হব। কাগজখিনা ইংৰাজীত টাইপকৰা এখন চিঠি। বিকাশ বৰুৱাই চিঠিখন প্ৰথমতে নিজেই মনে মনে পঢ়ি পেলালে। তাৰপাছত চিঠিখন শইকীয়াক দিলে। শইকীয়াযো একে উশাহে পঢ়ি পেলালে। চিঠিখন পঢ়ি যেন দুয়ো বোবা হৈ গ'ল।

নিষাদ। শব্দটো অকস্মাতে যেন বৰুৱাৰ মুখৰপৰা ওলাই আহিল।

নিষাদ। দোহাৰিলে শইকীয়াই। দুয়ো দুয়োলৈ চালে। নিৰৱ ভাষা। একেটা প্ৰশ্ন—কি? কোন?

হায়! এই প্ৰশ্নৰ উত্তৰ যে কোনেও নাজানো

কিন্তু মনত যেতিয়া প্ৰশ্ন থাকে অথচ প্ৰশ্নৰ উত্তৰ নাথাকে তেতিয়া মূৰত তাপ উঠে। তাপ পাই পাই সঁচা-মিছা উত্তৰবোৰ উতলে। উতলি উতলি বাষ্প হয়। বাষ্প হৈ ওলাই আহিব খোজে। সেই সময়টো বেয়া। বৰ বেয়া। অলপ বেছি হলে, সংযমৰ অভাব হলে নানান দুৰ্ঘটনা ঘটে। শইকীয়াৰ ক্ষেত্ৰতো তেনেকুৱাই ঘটিল। বাষ্পৰ পৰিমাণ বেছি হৈ গ'ল। অৱশেষে সংযমৰ লেকামডাল এৰি দিয়া নাছিল। সেয়ে টেবুলত বুজন ওজনৰ ভুকু এটা মাৰি বাষ্পৰ চাপ সম্বৰণ কৰিলে।

এই 'নিষাদ'ক আপুনি এতিয়াও চিনি পোৱা নাই মিঃ বৰুৱা?

কোন? আচৰিত হৈ সুধিলে বিকাশ বৰুৱাই।

এতিয়াও কোন বুলি সুধিছে?

মই ধৰিব পৰা নাই।

নৰকৰ কীট, মানৱজাতিৰ বিভীষিকা, নৰদানৱ সেই দস্যুৰ বাহিৰে আক কোন হব পাৰে? এই 'নিষাদ'ৰ আন নাম দস্যু ভাস্কৰ।

এইসময়ত মহেমে কফি লৈ আহিলে। বিষাদত মলিন তাৰ মুখখন।

উত্তেজিত শইকীয়াক কৌৰাহি দৃষ্টিৰে এবাৰ চাই ললে। সি দুয়োকো দুকাপ কফি বাকি দিলে।

দেউতা, আৰু কিবা লাগিব নেকি? মই দোকানলৈ যাব লাগে। মহেনে বিষাদৰ স্থৰত কলে।

দোকানলৈ? কিয়? দোকানলৈ কিয় যাব লাগে?

ঘিউ আনিবলৈ।

ঘিউ? ঘিউ কিয়?

আয়ে আপোনালৈ লুচি ভাজিবলৈ কৈছে।

লুচি ভাজিবলৈ কৈছে? লুচি কিয়, মোকে ভাজি পেলা।

আয়ে কলে যে আপোনাৰ গা বেয়া।

অ। মোৰ গা বেয়া। মোক লুচি খুৱাবি। তইঁতে খা। বুইছ? লুচি খা, পৰোটা খা, পোলাও খা, মাংস খা, কেক খা, চকলেট খা, কুকুৰাৰ কণী খা, মাংসৰ বিৰিয়ানি খা, বিয়া খা। বুইছ? বিয়া খা গৈ। তোৰ আয়েৰক কৈ দিবি—মোৰ অইন একোকে খাই তৃপ্তি নহয়। পেট নভৰে। বদমাচটোৰ মূৰ নোখোৱালৈকে মোৰ গা ভাল নহয়। বুইছ?

হয় দেউতা। কাইলৈ পুৰা বজাৰবপৰা আনিম গৈ।

কি আনিবি? তই কি আনিবিগৈ বজাৰবপৰা?

বাহু মাছৰ মূৰ।

কি?

বাহু মাছৰ মূৰ খাব

খাট আপ্। তই মোক বাহু মাছৰ মূৰ খুৱাবি? হাৰামজাদা, তুত

আপুনি কলে যে...

মই বাহু মাছৰ মূৰ খাম বুলি কলো?

মহেনে ভুল শুনিছিলে। উত্তেজনাৰ মূখত 'বদমাচ' শব্দটো ভালকৈ ফুটাব কাৰণেই এই প্ৰতি বিভ্ৰাট হল।

মহেন বৰ বিমোৰত পৰিল। সি কন্দনামুৱাকৈ শইকীয়াৰ ফালে চালে ভয়ে ভয়ে।

গেট আউট। গেট আউট। তোক মই বৰ্খাস্ত কৰিছো। তোৰ চাকৰি নাই।

চাকৰি তাৰ প্ৰায়েই যায়। গতিকে চাকৰিৰ যোৱাতো তাৰ বৰকৈ চিন্তিত যেন দেখা নগ'ল।

টকা পোন্ধৰ। লাগিব দেউতা। মহেনে চকু ছলছলীয়া কৰি কলে।

টকা? কিহৰ টকা?

ঘিউৰ দাম।

ইমান সমস্যাৰ মাজতো বিকাশ বৰুৱাই হাঁহি পেলালে।

দি দিয়ক শইকীয়া। আপোনাক লুচি সুখুওৱাকৈ সি বৰ্খাস্ত নহব। বৰুৱাই কলে।

ই কেনেকুৱা চাকৰ। একৰালেও যি নেৰে। খেদিলেও নাযায়, তাক লৈ উপায় কি?

উপায় সঁচাকৈয়ে নাই। অন্ততঃ কিৰীটি শইকীয়াই উপায় নাপালে। টকা পোন্ধৰটা দিবলৈ তেওঁ বাধ্য হল। এই পৰাজয়ত তেওঁ আনন্দ পাইছিল নে বেজাৰ পাইছিল বুজা টান। কিন্তু মহেনে যাবৰ সময়ত বিকাশ বৰুৱালৈ চাই ফিচিকৈ হাঁহি এটা মাৰিছিল। সেই হাঁহি কিৰীটি শইকীয়াই বোধ কৰো নেদেখিলে। কিন্তু তাক তেওঁৰ প্ৰতিজ্ঞাৰ কথা আকৌ এবাৰ জনাই দি কলে, তোক মই কাহানিবা সঁচাসঁচি খেদিম, তই চাই লবি।

মাজতে এটা উৎপাতৰ দৰে মহেনৰ আবিৰ্ভাৱে তেওঁলোকৰ দৰকাৰী কথাত বিধি-পথালি দিয়াত কোনেও ভাল পোৱা নাছিল। কিন্তু এটা মানসিক যাতনাৰ মাজত মহেনৰ চতুৰ অভিনয়কণ বিকাশ বৰুৱাৰ বৰ ভাল লাগিল। সেয়ে তেওঁ যেতিয়া পুনৰ প্ৰসঙ্গটোৰ উল্লেখ কৰিলে তেতিয়া তেওঁৰ গাম্ভীৰ্য্য বহুতখিনি লাঘৱ হৈছিল।

আপুনি তেন্তে কৰ খুজিছে যে দস্যু ডাকৰে নতুন নাম লৈছে 'নিষাদ'?

একেবাৰে ধুৰুপ। সি নজৰ পাপ আনৰ ওপৰত জাপি নিজে শুদ্ধাত্মা হৈ দেখুৱাব খুজিছে। কিন্তু সি নাজানে যে ভৰিৰ নখৰপৰা মূৰৰ চুলিলৈকে তাক মই চিনি পাওঁ। হৰিকিষণক হত্যা কৰি নিশ্চয় বহুত ধন-সোণ নিলে। এইকেদিন সি মনে মনে চাই আছিল আমি কি কৰো। সি যেতিয়া দেখিলে যে আমি কোনো প্ৰকৃত সূত্ৰ নাপালো তেতিয়া সি নিজৰ বাহাদুৰী দেখুৱাই আৰু আমাক ব্যঙ্গ কৰি এই চিঠি পঠিয়াইছে।

তেন্তে চিঠিখন ব্যঙ্গৰ বাহিৰে আন একো নহয় বুলিয়েই আপুনি ভাবিছে?

নিশ্চয়। শইকীয়া যেন সৰ্বজ্ঞান। সৰ্বজ্ঞানৰ দৰেই নিশ্চিতকৈ কলে।

বিকাশ বৰুৱাই বগা কাগজখিলা তুলি লৈ আকৌ এবাৰ পঢ়িলে—প্ৰিয়বন্ধু শইকীয়া চাহাব, জানিব পাৰিলো আপুনি হৰিকিষণ ভালুকাক হত্যা কৰাত মোৰ ওপৰত খং কৰিছে। শুনি বেজাৰ কৰিম নে আনন্দ কৰিম বুজিব পৰা নাই। সঁচা কথা কবলৈ গলে আপোনালোকৰ কাৰণে কৰুণা হয়। কাৰণ আপোনালোক প্ৰকৃততে বুদ্ধিহীন। অন্ততঃ আমাৰ তুলনাত। কিন্তু বুদ্ধিতকৈ আপোনালোকৰ মুখবোৰ চোকা। আৰু মুখ চোকা কাৰণেই বাইজক ঠগি শকত শকত দৰমহা খাই থাকিব পাৰিছে। খুব বেয়া পাইছে নহয়? ঠিক আছে, মই আপোনাক আৰু এটা সুযোগ দিম। মই সোনকালেই আন এজন ধনকুবেৰৰ ধন-ভঁৰাল উদং কৰিবলৈ সিদ্ধান্ত লৈছো। হয়তো মূৰ্খ হৰিকিষণ যি কাৰণত মৰিল এই ক্ষেত্ৰতো ধন-কুবেৰজন মৰিব পাৰে। অৱশ্যে মৰা-নমৰা তেওঁৰ জ্ঞান-বুদ্ধিৰ ওপৰতে নিৰ্ভৰ কৰিব। যিকি নহওক, এই ক্ষেত্ৰতো যদি মোক ধৰিবলৈ ব্যৰ্থ হয় তেতিয়াহলে ইয়াৰ পাছত যিবোৰ ঘটনা ঘটিব তাৰ বাবে দায়ী হব আপুনি আৰু আপোনাৰ অপদাৰ্থ সহকৰ্মীসকল। ঈশ্বৰে আপোনালোকৰ বুদ্ধিৰ গুৰিত কিছু সাৰ-জাবৰ দিয়ক। ইতি। আপোনাৰ শুভাকাঙ্ক্ষী— নিষাদ'

বৰুৱাই চিঠিখন দুবাৰ পঢ়িলে। লাহে লাহে পঢ়িলে। বিশেষ বিশেষ

শব্দবোৰৰ ওপৰত জোৰ দিলে। বিকাশ বৰুৱাই শইকীয়াৰ কথা মানি লব নোৱাৰিছিল। কিন্তু সেই কথা মুখৰ ওপৰত কৈ দিবলৈকো সঙ্কোচ কৰিছিল। সেই কাৰণেই মনৰ ভাব চিঠিখন পঢ়াৰ মাজেৰে তেওঁ জনাই দিলে। চিঠিখন পঢ়া হলত দুয়ো খন্তেক নিৰৱে থাকিল। তাৰ পাছত বিকাশ বৰুৱাই নিজেই কলে, এইধৰণৰ চিঠি জানো দস্যু ভাস্কৰৰ দ্বাৰা লিখা সম্ভৱ ? প্ৰশ্ন কৰি বৰুৱাই শইকীয়াৰ মুখলৈ চালে।

চাওক মিঃ বৰুৱা যি নিজৰ জীৱিকাৰ কাৰণে দস্যুবৃত্তি গ্ৰহণ কৰে সেই দস্যুৱে নৰহত্যা কৰিবলৈ লাজ পাব বুলি ভবাটো অলীক কল্পনাৰ বাহিৰে আন একো নহয়।

আপোনাৰ কথাই সঁচা বুলি যদি ধৰি লোৱা যায় তেতিয়াহলে আৰু এটা ডকাইতি আৰু তাৰ লগতে হত্যাকাণ্ডও হব বুলি ভাবে নেকি ?

হব পাৰে। এবাৰ ডকাইতি কৰি তাৰ ধনলৈ লোভ বাঢ়ি যোৱাটো কোনো আচৰিত কথা নহয়।

তেতিয়াহলে আমি নিৰৱ দৰ্শক হৈ তাকে চাব লাগিব নেকি ? বিকাশ বৰুৱাই প্ৰশ্ন কৰিলে।

আমি সতৰ্কতামূলক সকলো ব্যৱস্থা লৈছো। তথাপিতো যদি হয় তেতিয়াহলে সেয়া ভাগ্যৰ লিখন বুলিয়েই ধৰি লব লাগিব। শইকীয়াই কলে।

সেই কথা বাইজ বা চৰকাৰে মানি নলয়। চহৰৰ চহকী মানুহবোৰৰ ঘৰত চকু ৰখাৰ ব্যৱস্থা আৰু কটকটীয়া কৰা ভাল হব বোধ কৰো।

সেই ব্যৱস্থা মই আগতেই কৰিছো। সি যদি আকৌ চেষ্টা কৰে তেতিয়া-হলে আমি তাক জীৱিত অৱস্থাত দেখিবলৈ নাপালেও মৃত অৱস্থাত নিশ্চয়েই দেখিবলৈ পাম। শইকীয়াৰ কথাত অহঙ্কাৰৰ সুৰ থাকিলেও আত্মবিশ্বাসৰ কোনো নাটনি নাছিল।

তাৰপাছত মনত খু-হুৱনি লৈ বিকাশ বৰুৱাই বিদায় ললে।

## সকলোৰে যাক বৰ্জন কৰিলে

আকাশখনে আজি হঠাতে ভয়ঙ্কৰ ৰূপ ধৰিলে। বতাহ বৰষুণ আৰু বিজুলী-ঢেৰেকণিয়ে এনেকুৱা ৰুদ্ৰ ৰূপ ধাৰণ কৰিলে যে ধাৰণা হয় আকাশৰ দেৱতাই যেন মৰতৰ মানুহৰ কিবা অপৰাধৰহে শাস্তি বিহিব খুজিছে। ঘনে ঘনে বিজুলী মাৰিছে। মূধৰপৰা তলিলৈকে আকাশখনক ফালি পেলাইছে। বিদীৰ্ণ আকাশখনে যেন যাতনাত আৰ্ত্তনাদ কৰিছে। সেই আৰ্ত্তনাদৰ শব্দত পৃথিৱীখন ঠক্‌ঠক্‌কৈ কঁপি কঁপি উঠিছে। কঁপিছে বিশ্ব-ব্ৰহ্মাণ্ড। অজিতেশ বৰুৱাৰ টোপনি ভাগি গ'ল।

অজিতেশ বৰুৱাৰ টোপনি এনেয়েও পাতল বুলিলে বোধ কৰো অলপ লঘুহে কৰা হয়। বৰং টোপনি নাই বুলি কলেহে উচিৎ কোৱা হয়।

টোপনি নোহোৱাটো একো আচৰিত কথা নহয়। ইমান চিন্তা যাৰ তাৰ টোপনি আহিবও নোৱাৰে। টোপনিৰ কাৰণে এটা শান্ত সুস্থিৰ মন আৰু পৰিবেশ লাগে। অজিতেশ বৰুৱাৰ সেই মন আৰু পৰিবেশ নাই।

অজিতেশ বৰুৱা বিপত্নীক। এটা মাথোন লৰা। সিও থাকে এমেৰিকাত। লৰাটোও যেন কিবাধৰণৰ হৈ গ'ল। বৰ আশা কৰিছিল তাৰ ওপৰত। তেওঁৰ শিল্প সাম্ৰাজ্যৰ অধিশ্বৰ হোৱাৰ উপযুক্ত কৰি গঢ়িবলৈ বিচাৰিছিল। সেই কাৰণেই তাক এমেৰিকালৈ পঠিয়াইছিল। কিন্তু তেওঁৰ আশাৰ কোনো মৰ্য্যাদা নাৰাখিলে অনিমেষে। আজি তিনিবছৰ হল সি যোৱা। দুবছৰৰ মূৰত তাক ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। ঘূৰি আহিবলৈ মান্তি নহল সি। ভৰ যৌৱনত ভৰি দিছে অনিমেষে। তাৰ স্বাধীন সত্তা এটা ঠন ধৰি উঠিছে। জীৱনটোৰ এক নতুন অৰ্থ বিচাৰি পাইছে। যি অৰ্থ দেশৰ মাটিত নাপাই। সেয়াও এক চিন্তা অজিতেশৰ।

কিন্তু তাতোকৈ গুৰুতৰ চিন্তা এটাও আছে তেওঁৰ। অজিতেশ বৰুৱাহঁত ককাই-ভাই তিনিজন। তেওঁ ডাঙৰ। ভায়েক অমিতেশ, বিজিতেশ। ককাই-ভাই তিনিও একেলগে থাকে।

অগ্নিদ্ৰেশ বৰুৱাইতৰ পৰিয়ালটো চাহ ব্যৱসায়ৰ লগত তিনি পুৰুষৰপৰা যুক্ত। কিন্তু দেউতাক প্ৰভাতেশ বৰুৱাৰ মৃত্যুৰ পাছত ব্যৱসায়ৰ দায়িত্ব পৰিল অজিতেশৰ ওপৰত। ভায়েকহঁত তেতিয়া সৰু। তাৰ পাছত একুৰি পাচটা বছৰ বাগৰি গ'ল। এই সময়ছোৱাত অজিতেশে ব্যৱসায় ডাঙৰ কৰিলে। আজি বৰুৱা পৰিয়াল দেশৰ শ্ৰেষ্ঠ চহকী পৰিয়ালবোৰৰে এটা। কিন্তু সেই পৰিমাণে তেওঁলোকৰ যশ নাই। খিয়াতি নাই। বৰং অপযশ আৰু অখিয়াতিহে আছে। কিন্তু সেযাও কোনো কথা নহয়। অজিতেশে খিয়াতি-অখিয়াতি লৈ মূৰ নঘমায়। তেওঁৰ ওচৰত কথা হ'ল টকা। তেওঁৰ যে কিমান টকা আছে ভায়েকহঁতেও নাজানে। আৰু নজনাটোৱেই হৈছে সমস্যাৰ মূল।

সৰু বিজিতেশ এতিয়াও অবিবাহিত। টকা পইচাৰ কাৰণে তেওঁৰ কোনো ধাউতি নাই। তেওঁ সাহিত্যিক। তেওঁ বেলেগ জগতৰ মানুহ। তেওঁ জীৱন-শিল্পী। তেওঁ সত্যদ্ৰষ্টা। কিন্তু মাজু অমিতেশ ঘোৰ-সংসাৰী। তেওঁ টকা ভাল পায়। তেওঁ নিজৰ অধিকাৰখিনি ভালকৈয়ে বুজি পায়। সেই অধিকাৰ কিন্তু অজিতেশে স্বীকাৰ নকৰে। এই কৰা-নকৰা লৈয়ে ককাই-ভাইৰ মাজত সংঘাত। অমিতেশৰ ধাৰণা অজিতেশে তেওঁক আৰু বিজিতেশক ঠগাৰ তালত আছে।

সন্দেহৰ থলো আছে। কাৰণ অজিতেশে টকা-সিকাৰ হিচাপ কাকো নেদেখুৱায়। নজনায়। তাকে লৈ ঘৰত এটা অশান্তি লাগিয়েই থাকে।

এই ঘৰৰ মাজত বিজিতেশে নিৰ্বিকাৰ থাকিবলৈ চেষ্টা কৰে। কিন্তু চেষ্টা কৰিলেই জানো মানুহৰ কামনা সিদ্ধি হয়? হয় হয়তো। কিন্তু নোহোৱা ঘটনাও আছে। বিজিতেশৰ বেলিকা তেনেকুৱাই হ'ল। আচলতে বিজিতেশেও অনুভৱ কৰে যে অজিতেশে তেওঁলোকৰপৰা কিবা গোপন কৰি থৈছে। আৰু এই গোপন কৰাৰ উদ্দেশ্য হয়তো সজ নহয়। নিজৰ বেলিকা তেওঁ তাৰ বাবে মূঠেই চিন্তা নকৰে। কিন্তু অমিতেশৰ কাৰণে তেওঁ মাজে-মাজে

বেজাৰ পায়। কিবা এটা সমাধান বিচাৰে। কেতিয়াবা অজিতেশৰ বিৰুদ্ধে মনটো বিদ্ৰোহী হৈ উঠে। অথচ পোনপটীয়াকৈ এই কাজিয়াত সাঙুৰ খাই পৰিবলৈকো মন নাযায়। আৰু নাযায় কাৰণেই তেওঁ বেলেগে থাকে। মাজে মাজে আহে। অমিতেশৰ লৰা-ছোৱালী দুটিক ভাল পায় বিজিতেশে। সিহঁতক চাবলৈ আহে। অজিতেশক কেতিয়াবা লগ পায়, কেতিয়াবা নাপায়।

এইদৰে আহোঁতেই এদিন মাজু আৰু ভাঙৰ ককায়েকৰ মাজত হোৱা কাজিয়া এখনত সাঙুৰ খাই পৰিবলগীয়া হ'ল। বাধ্য হৈ তাত মাত নামাতি নোৱাৰিলে বিজিতেশে। কাৰণ অজিতেশে বৰ অপমানজনক মন্তব্য এটা কৰিলে। কৰিলে দুয়োকো সাঙুৰি। কলে, অমিতেশ আৰু বিজিতেশ তেওঁৰ পোহনীয়া কুকুৰ। তেওঁলোকৰ নিজৰ কোনো সত্তা নাই। নাই কোনো অধিকাৰ। এই কথাৰ প্ৰতিবাদ কৰিছিল বিজিতেশে। তীব্ৰ প্ৰতিবাদ কৰিছিল। আৰু সেয়াই অজিতেশৰ লগত তেওঁৰ শেষ সাক্ষাৎ। নিজে যাচি আৰু কাহানিও অজিতেশক লগ ধৰা নাই বিজিতেশে। তথাপি এবাৰ লগ পাইছিল। সেইবাৰ অজিতেশে নিজেই মতাই আনিছিল।

কাৰণ আছিল এটা গল্প। গল্পটোৰ নাম আছিল "কটকিনাৰ কুকুৰ"। বিজিতেশৰ এই গল্পটোৰ নায়ক আছিল ককায়েক অজিতেশ। অজিতেশৰ ধন-লোভ, নীতিহীনতা আৰু স্বাৰ্থপৰতাক তীব্ৰ ব্যঙ্গ কৰা হৈছিল তাত।

অজিতেশে গল্প-উপন্যাস নপঢ়ে। পঢ়াৰ ভিতৰত বাতৰিকাকতৰ দুই এটা শিতানত চকু ফুৰায় মাথোন। সকলো ব্যৱসায়ীয়েই বাতৰি কাকতত চকু ফুৰায়। তেওঁলোকৰ পঠন-পাঠনৰ কাম সিমানতেই সীমাবদ্ধ। কিন্তু অজিতেশে নপঢ়িলেও তেওঁৰ হৈ পঢ়া মানুহ আছে। সকলো ডাঙৰ মানুহৰে দুই-চাৰিজন চাটুকাৰ থাকে। সিহঁতে নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে লগনী-ভগনী কৰে। তেনেকুৱা এজনেই গল্পটো পঢ়ি শুনালে অজিতেশক। সেই সূত্ৰতে তেওঁ বিজিতেশক মাতি পঠিয়ালে আৰু সেই চাটুকাৰজনৰ আগতে তেওঁক অকথ্য ভাবে অপমান কৰিলে।

তাৰ পাছতো বিজিতেশ আহিছে। কিন্তু অজিতেশৰ লগত কোনো সম্পৰ্ক ৰখা নাই। সেয়াও এমাহৰ আগৰ কথা। আৰু আজিও আহিছিল। বতৰ বেয়া কাৰণে থাকি গৈছিল। অজিতেশে হয়তো গম পোৱা নাছিল। হয়তো পাইছিল। জানিব পাৰিছিল নিজৰ বিশ্বাসী-চাকৰটোৰ পৰা।

অজিতেশৰ চিলমিল টোপনি ভাগি গ'ল। তেওঁ বিচনাৰপৰা নামি খিৰিকীৰ কাষলৈ গৈ কাঁচৰ মাজেৰে জুমি চালে বাহিৰলৈ। কিন্তু একো নেদেখিলে। খিৰিকীৰ পানীৰে কাঁচবোৰ অস্বচ্ছ হৈ পৰিছে। তেওঁ খিৰিকীখন মেলি দিলে। প্ৰকৃতিৰ তাণ্ডৱ নৃত্য এবাৰ চাই লবৰ মন গ'ল। খিৰিকীখন মেলাৰ লগে লগে যেন শত-সহস্ৰ দৈত্যহে লম্পিয়াই পৰিল তেওঁৰ ওপৰত। বিজুলীৰ পোহৰত তেওঁ দেখা পালে প্ৰকৃতিৰ উলঙ্গ উন্মাদিনী ৰূপ। সেয়া ভয়ানক, ভয়ঙ্কৰ। তেওঁৰ ভয় ভয় লাগিল। ইমানখিনি বয়স হল। প্ৰকৃতিৰ ইমান ভয়ঙ্কৰ ৰূপ আগতে তেওঁ দেখা নাই। হঠাতে তেওঁৰ ধাৰণা হল তেওঁ বৰ অকলশৰীয়া। বৰ নিঃসঙ্গ। এই পৃথিৱীত আপোন বুলিবলৈ তেওঁৰ কোনো নাই। তেওঁৰ কোনো মিত্ৰ নাই। মনটো বিষন্ন হৈ পৰিল।

খিৰিকীখন মাৰি তেওঁ ঘূৰি আহি বিছনাত বহিলে। কিন্তু মনৰ বিষাদৰ লগতে শৰীৰৰ অস্বস্তিও হবলৈ ধৰিলে। তেওঁৰ বহুমূত্ৰ বেমাৰ আছে। বাৰে বাৰে পানীছোৱা লাগে। বাথৰুমটো তেওঁৰ শোৱা কোঠাৰ গাতে লগা। কিন্তু তাৰ দুৱাৰখন বাৰাণ্ডাৰ ফালে। এতিয়া দুৱাৰ মেলি বাৰাণ্ডালৈ যাবলৈ তেওঁৰ ভয় লাগিছে। কাষৰ ঘৰ এটাত চাকৰটো শোৱে। তাক জগাবলৈ হলেও দুৱাৰ মেলি ওলাব লাগিব। ঢকা বাৰাণ্ডা হলেও তেওঁ ওলাই যাবলৈ ভয় কৰিছে। আনকালে তেওঁ অকলে অকলেই যায়। বাৰে বাৰে যায়।

কিন্তু ভয় যিমানেই প্ৰবল নহওক লাগিলে প্ৰকৃতিৰ আদেশ লংঘন কৰা অসম্ভৱ। অৱশেষত অজিতেশে বাথৰুমলৈ যাবৰ কাৰণে দুৱাৰ মেলিলে। বাহিৰত প্ৰকৃতিৰ হুংকাৰৰ শব্দ যেন আৰু প্ৰবল শুনালে। বাৰাণ্ডাৰ লাইটৰ

পোহৰ হৈ পৰাত মনত অলপ বল পালে। চাকৰটোক নজগালে। তেওঁ বাথৰুমল সোমাই গ'ল।

অজিতেশ বাথৰুমৰপৰা ঘূৰি আহিল। দুৱাৰখন মাৰিলে। ভালকৈ পৰীক্ষা কৰিলে। কিন্তু তেওঁ নাজানিলে যে দুটা কুৎসিৎ ছায়ামূৰ্তি তেওঁৰ বিচনাৰ তলত শুই আছে।

অজিতেশৰ ঘৰৰ ভিতৰতে আৰু এটা ঘৰ আছে। সেইটো ঘৰ যে আছে সেই কথা বাহিৰা মানুহে বুজিব নোৱাৰে। সেই ঘৰটোৰ দেৱালত দুটা আলমাৰি আছে। আলমালিবোৰ পৰ্দাৰে ঢকা।

বাহিৰত প্ৰকৃতিৰ তাণ্ডৱ বাঢ়িয়েই গৈছে। হঠাতে গধুৰ কিবা এটা উৰি আহি খিৰিকীত পৰিল। এটা ভয়ঙ্কৰ শব্দ হল। খিৰিকীৰ কাঁচবোৰ ভাগি সিঁচৰিত হৈ পৰিল। কাঁচবোৰ নথকাত হো হোকৈ বতাহ সোমাবলৈ ধৰিলে। লগতে পানী। বতাহৰ সেই শব্দ যে কিমান বিভীষিকাময়, কিমান ভয়ানক সেয়া ভুক্তভোগীৰ বাহিৰে আনে অনুভৱ কৰিব নোৱাৰে। অজিতেশে বিস্ময়-বিমোৰ হৈ খিৰিকীখনৰ ফালে থৰ লাগি চাই ৰ'ল। মুখখন শেঁতা পৰি গৈছে। নাইকিয়া হোৱা ভয়টোৱে আকৌ জুমুৰি দি ধৰিলে। নিঃসঙ্গতা আৰু বেছিকৈ অনুভৱ কৰিবলৈ ধৰিলে। পুতেকৰ কথা মনত পৰিল। ভায়েকহঁতৰ কথা মনত পৰিল। সকলোৱে তেওঁক ত্যাগ কৰিছে। কিন্তু কিয়? কিয় ত্যাগ কৰিলে? তেওঁৰ স্বাৰ্থপৰতাৰ কাৰণে? ধনলৈ তেওঁৰ অস্বাভাৱিক লোভৰ কাৰণে? তেনেকৈয়ে কৈছিলে বিজিতেশে। কৈছিলে— তুমি মৰিলেও ধনগুলৈ হৈ থাকিবা। জীৱনটো হাহাকাৰ কৰি কটাবা।

অজিতেশৰ আজি বহুত কথা মনত পৰিবলৈ ধৰিলে। যিমানে মনত পৰিলে সিমানে নিঃসঙ্গতাবোধ বাঢ়ি গ'ল। তেওঁ আৰু সহ্য কৰিব নোৱাৰা হল। এজন সঙ্গী, এখন মৰমী অন্তৰৰ কাৰণে তেওঁ আকলুৱা হৈ উঠিল। কিন্তু কোনে এতিয়া তেওঁক সংগ দিব? কোনে সান্ত্বনা দিব? এই ভীষণ আন্ধাৰ পৃথিৱীত তেওঁ যেন একেবাৰে নিঠৰুৱা। তেওঁ বুকুখন হেঁচি ধৰিলে।

কিবা এক আবেগে বৰ আমনি কৰিছে বুকুৰ ভিতৰত। এবাৰ বিজুলী মাৰিলে। বিকট এটা শব্দ হল তেওঁৰ মূৰৰ ওপৰত। তেওঁ এটা ভয়াল চিঞৰ মাৰি চকু মুদি দিলে। প্ৰায় এক মিনিট চকু মুদি থাকিল। তাৰপাছত ভয়ে ভয়ে চকু মেলিলে। সৌটো কি ? আঃ কি ভীষণ, কি ভয়ঙ্কৰ প্ৰাণী সেইটো। তেওঁৰ ভগা খিৰিকীৰ ফ্ৰেমত বহি আছে এটা শগুণ পোৱালি। হয়তো গছৰ মূধত বাহটো উকৰাই নিলে। সেয়ে শগুণ পোৱালিটোৱে খিৰিকীতে আশ্ৰয় লৈছে। নোমহীন ৰঙা দীঘল কুৎসিৎ ডিঙিটো মেলি তেওঁলৈকে চাই আছে ত তকৈ। কাৰণ তাত অজিতেশৰ বাহিৰে আন কোনো জীৱিত প্ৰাণী নাছিল। অজিতেশৰ গাৰ নোম ভাল ভাল হল। তেওঁ শগুণটোৰ আগৰপৰা পলাই যাবলৈ লৰা-ঢাপৰা লগালে। হঠাতে তেওঁ গোপন ঘৰৰ আলমাৰিৰ পৰ্দাখন খামুচি ধৰিলে। পৰ্দাখনত কিবা একধৰণৰ উম অনুভৱ কৰিলে

এই সময়ত শগুণ পোৱালিটোক বতাহে কোবাই খিৰিকীৰপৰা পেলাই দিলে। পৰোতে পোৱালিটোৱে ইমান বিকট শব্দ কৰি চিঞৰিলে যে অজিতেশে আতঙ্কত পৰ্দাখনৰ আঁৰত লুকাল। তেওঁ নেদেখা হৈ পৰিল।

শগুণ পোৱালিটো উৰি আহি তেওঁৰ বিছনাতে পৰিল।

## অজিতেশৰ হাতত সোণৰ মোহৰ

'নিষাদ'ৰ ভাবুকি যে মাথোন ত্ৰিছ ঘণ্টাৰ ভিতৰতে সত্য হব সেই কথা কিৰীটি শইকীয়া বা বিকাশ বৰুৱাই সপোনতো ভবা নাছিল। মাথোন দুইদিনৰ ব্যৱধানত দুটাকৈ নৃশংস হত্যাকাণ্ডই চহৰবাসীক স্তম্ভিত কৰি পেলালে। আৰু এনে দুজন মানুহক হত্যাৰ কাৰণে বাচি লোৱা হল যি দুজন মানুহ সকলোৰে সুপৰিচিত। দুয়োজনেই শ্ৰেষ্ঠ ধনী। তেওঁলোকৰ গাত কলঙ্কৰ চেকা আছে সঁচা। সেই ধৰণে কিছু সুখ্যাতিও আছে।

কলঙ্কহীন মানুহ ক'ত আছে ? অন্ততঃ আজিৰ পৃথিৱীত তেনেকুৱা মানুহ

থকা যুক্তি কোনেও কব নোৱাৰে। সেইবুলি ইমান নৃশংসভাৱে হত্যা কৰিব লাগেনে ?

হত্যাকাৰীয়ে এইবোৰ যুক্তি নামানে। মনা হলে কোনো হত্যাকাণ্ড নহ'লহেঁতেন।

অজিতেশ বৰুৱা খুন হল।

সঁচাই বৰ করুণ এই হত্যাকাণ্ড। বৰ নিষ্ঠুৰ।

সবাতোকৈ আচৰিত কথা যে সেই নিশাৰপৰাই বিজিতেশ বৰুৱাও নিৰুদ্দেশ।

বৰ ভয়ঙ্কৰ আছিল নিশাটো। নিশাটোৱে দিশে দিশে ধ্বংস আৰু মৃত্যু উপহাৰ দি গ'ল। বাতিপুৱা ধ্বংস আৰু মৃত্যুৰ মাজত ধৰিত্ৰী পৃথিৱীয়ে উচুপি আছিল।

প্ৰথমতে দেখিলে কণ্ঠীৰামে। সেই দৃশ্য দেখি টেটু ফলা চিঞৰ এটাহে মাথোন মাৰিব পাৰিছিল সি। তাৰ পাছত একো কব নোৱাৰে। কণ্ঠীৰাম অজিতেশৰ চাকৰ।

কিন্তু সেই চিঞৰটোৱেই সমগ্ৰ পৃথিৱীক জনাই দিলে অজিতেশ বৰুৱাৰ মৃত্যু সংবাদ।

অজিতেশ বৰুৱাৰ স্থান পৰিয়ালৰ ভিতৰত যেনেকুৱাই নহওক লাগিলে সমাজত তেওঁৰ এটা বিশিষ্ট স্থান আছিল। চহৰৰ এজন গণ্য-মান্য লোক। সমাদৰ এজন মুখিয়াল। গতিকে বাতৰিটো গোটেই চহৰত ততালিকে জনাজাত হৈ পৰিল। ক্ৰমে ক্ৰমে মানুহ গোট খালে ঘৰৰ আগত। পুলিচৰ বিৰাট বাহিনী এটাই বেৰি ধৰিলে ঘৰটো। ওপৰৱাপৰ বিষয়াসকল মহানৈকে ঘটনাস্থলীত সকলোৰে প্ৰবেশ নিষিদ্ধ কৰা হল।

বিষয়ালকল যেতিয়া আহিল তেতিয়া বেলি ভালেখিনি উঠি আহিছে। অৱশ্যে তাৰবৰ ঠাঁৰত চকা-চমকা। ৰাজ্যখনৰ প্ৰধান শান্তিৰক্ষী বিষয়া ফুকন। বিকাশ বৰুৱা আৰু কিৰীটি শইকীয়া। তেওঁলোকৰ লগত ওপৰৱাপৰ বিষয়া

খনচেৰেক। অলপ আগতে 'ডগ স্কোৱাড্', অৰ্থাৎ পুলিচ কুকুৰ এটাকো অনা হৈছিল। তাত গোট খোৱা বহুত মানুহে তাকো চাইছে। বেচ সন্মানজনক দূৰত্বৰপৰা চাইছে।

কুকুৰটো নিৰ্বিকাৰ। সিও ঘেকেটা খোৱা হৈ পৰিছে। সি জানে সি কিয় আহিছে। ইমানবোৰ মানুহৰ মনত যি আতঙ্ক আৰু কৌতূহল তাৰ কোনো প্ৰভাৱ তাৰ ওপৰত পৰা নাই। এনেকুৱা ভিৰ সি আগতেও বহুতবাৰ দেখিছে। দেখি দেখি তাৰ নিজৰ কোনো কৌতূহল নাইকিয়া হৈছে। সি জানে যে বহুতে তাক চাইছে। তাক দেখি বহুতেই অজিতেশ বৰুৱাৰ কথা পাহৰি গৈছে। মানুহবোৰে যথেষ্ট শ্ৰদ্ধাৰে সৈতে তাক চাইছে।

খুনৰ তদন্ত কৰা পুলিচ বিষয়াসকল খুন হোৱা মানুহটোতকৈ খুনীৰ আৰু খুনৰ কাৰণ সম্পৰ্কেহে বেচিকৈ চিন্তা কৰে, কুকুৰটোৰ বেলিকাও একে কথা। সি উদাসীনভাৱে ৰৈ আছে। কিৰীটি শইকীয়াক দেখি এবাৰ নেজডাল জোকাৰিলে। শইকীয়াই কিন্তু আজি তাক মূৰত হাত ফুৰাই মৰম নকৰিলে। এবাৰ চালে মাথোন। সেইবাবে তাৰ বেজাৰ নাই। সি জানে। কিছুমান ক্ষেত্ৰত চিনাকি মানুহবোৰে যে এনেকুৱা আচৰণ কৰে সেই কথা সি জানি গৈছে। সেইবাবে তাৰ কোনো খেদ্ নাই।

গহীন খোজত বিষয়াসকল ভিতৰলৈ সোমাই গ'ল।

অজিতেশ বৰুৱাৰ মৃতদেহটো গোপন ঘৰটোৰ ভিতৰত পৰি আছিল। সেই ঘৰটো আছিল তেওঁৰ ধনভঁৰাল।

অজিতেশ ধল পুৱাতে উঠে। উঠি প্ৰাতঃকৃত আৰু পূজা-পাটল সাং কৰে মানে ঘৰৰ বাকীবোৰ সাৰ পাই যায়। ইতিমধ্যে কৰ্মীৰামে তেওঁৰ কাৰণে একাপ চেনি নিদিয়া ফিকা চাহ আৰু খনচেৰেক চেনি আৰু নিমখ নোহোৱা বিস্কুট খাবলৈ দিয়ে। অজিতেশে ফিকা চাহত দুটা চেকাবিনৰ বড়ি নিজেই পেলাই দিয়ে। চামচেৰে লৰাই বড়ি দুটা গলাই লয়। বহুমূত্ৰ বেমাৰ থকা কাৰণে চেনি খোৱা নিষেধ। চেনিৰ সকনি চেকাবিনেৰে চাহ মিঠা কৰি

লয়। চেকাৰিনৰ মিঠাটো বৰ বিস্বাদ। অলপ তিতিকি তিতিকি লাগে। এই দৰেই বহুতদিন খাই আছে। খোৱা-বোৱাত তেওঁৰ আলচ নাই। ব্লাড-প্ৰেছাৰ থকা বাবে নিমখো খোৱা বাৰণ। সেই কাৰণে মিঠা আৰু নিমখ নোহোৱা বিস্কুট খায়। ৰাতি চেনি আৰু নিমখ নোহোৱা পাউৰুটী খায়। এইবোৰ পাউৰুটী কলিকতাৰপৰা অনায়। দৈনিক এক পাউণ্ডৰ পাউৰুটী আহে উৰাজাহাজত।

কণ্ঠীৰামো অজিতেশৰ লগে লগে সাৰ পায়। সাৰ পাই প্ৰাভাতিক কামবোৰ সাং কৰি গা-পা ধুই লয়। ইতিমধ্যে অজিতেশৰো গা-ধোৱা হৈ যায়। অজিতেশে তলা খুলি শোৱা কোঠাত সোমালে পাছে পাছে কণ্ঠীৰামো সোমাই যায়। ঘৰ অঁতায়। বিছনা ঢাকে। ইটো-সিটো কৰে। অজিতেশ পূজাত বহাৰ আগতে সি ওলাই যায়। কাৰণ পূজাত বহাৰ আগতে অজিতেশে দুৱাৰ মাৰি দিয়ে। পূজা কৰি অঁতাই দুৱাৰ মেলি দিয়ে। তেতিয়া কণ্ঠীয়ে চাহ-জলপান লৈ আহে।

সেইদিনা কণ্ঠীয়ে গা-পা ধুই অঁতাই দুৱাৰ মুখত আহি থমকি ৰ'ল। বাহিৰত তলা নাই। বাথৰুমতো কোনো সাৰ-সুৰ নাই। ভাবিলে হয়তো গা বেয়া কাৰণে আজি উঠা নাই। হয়তে দুৱাৰখন এনেই জপাই থৈ শুই আছে। সি দুৱাৰখন লাহেকৈ ঠেলি দিলে। দুৱাৰখন মেল খাই গ'ল। ভিতৰলৈ জুমি চালে। অজিতেশ বিছনাত নাই। শগুণ পোৱালি এটা মৰি আছে। সি সোমাই গ'ল। ভিতৰখন নিমাত, নিতাল। হঠাতে এটা বস্তুৱে তাৰ দৃষ্টি আকৰ্ষণ কৰিলে। বস্তুটো এটা সোণৰ মোহৰ। দেৱাল আলমাৰি এটাৰ ওচৰত পৰি আছিল বস্তুটো। অকল সেয়ে নহয়, সি দেখিলে পৰ্দাখন ফাক হৈ আছে। সেই ফাকেদি পোহৰ দেখা গৈছে। বিজুলীৰ পোহৰ। সি আলমাৰিৰ কাষ চাপি গ'ল। মোহৰটোৰ কথা সি পাহৰি গ'ল। তাৰ ধাৰণা আছিল পৰ্দাৰ তলত এটা আলমাৰি আছে। আলমাৰিৰ ভিতৰত কি আছে সি কাহানিও দেখা নাই। সদায় বন্ধ থাকে আলমাৰিটো।

অজিতেশে এই আলমাৰিবোৰ কাহানিও খোলা দেখা নাই। আজি প্ৰথম দেখিলে যে তাত আলমাৰি নাই। আলমাৰিটো এটা থৰৰ দুৱাৰ। সি ভয়ে ভয়ে ডিঙি মেলি ভিতৰলৈ জুমি চালে। চাওতে যি দৃশ্য দেখিলে সেই দৃশ্য দেখি তাৰ মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে। তাৰ চেতনা লোপ পোৱাৰ উপক্ৰম হ'ল। লৰমাৰি ওলাই আহি চিঞৰ এটা মাৰি পৰি গ'ল। সেই চিঞৰৰ তীব্ৰতা ইমান বেচি আছিল যে তাৰ শব্দই বিশাল অট্টালিকাটোকে জিনি পেলালে। অমিতেশ তেতিয়াও শুই উঠা নাই। উঠো উঠো কৰি আছিল। কিন্তু কণ্ঠীৰামৰ সেই ভয়ঙ্কৰ চিঞৰৰ শব্দ তেৱোঁ শুনিলে। খন্তেক টলকা মাৰি থাকি খপকৈ উঠিলে। চিঞৰটো কোন ফালৰপৰা আহিছে টলকিবলৈ চেষ্টা কৰিলে। অনুমান কৰিলে যে শব্দটো যেন অজিতেশৰ মহলৰপৰাহে আহিছে। তেওঁ সেইফালেই লৰ মাৰিলে। তেওঁলোকৰ দুটা মহলৰ মাজত এখন দুৱাৰ আছে। দুৱাৰখনত সিফালৰপৰা অজিতেশেই তলা লগাই থয়। কথাটো অমিতেশে পাহৰি গ'ল। কিন্তু তাৰ বাবে কোনো অসুবিধা নহ'ল। কাৰণ দুৱাৰখন মেল খায়ে আছিল। পুৰা এই সময়ত দুৱাৰখন মেল খাই থকা বাবে তেওঁৰ মনত তেতিয়া কোনো প্ৰশ্ন নুঠিল। তেওঁ অজিতেশৰ মহলত সোমাই পোনে পোনে তেওঁৰ শোৱা কোঠাতে সোমালে গৈ।

তেৱোঁ অচেতন হৈ পৰি যাব লাগিছিল। অচেতন হোৱাৰ পৰ্য্যায়ত উপস্থিতো হৈছিল। কিন্তু নহ'ল। কাৰণ তেওঁ কণ্ঠীৰাম নহয়। কণ্ঠীৰামে ঘটনাটো দেখাৰ পাছত আন একো ভবাৰ প্ৰয়োজন বোধ নকৰিলে। ঘটনাৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে তাৰ কোনো কৰ্ত্তব্য নাছিল। কিন্তু অমিতেশৰ মনত সেই প্ৰয়োজন বোধ আপোনা-আপুনি আহিল। তেওঁ নিজৰ কৰ্ত্তব্য বুজিব পাৰিলে। দুয়োৰো মাজত মনোভাবৰ এনে প্ৰভেদৰ কাৰণ শিক্ষা। শিক্ষাই অমিতেশক যি কৰ্ত্তব্য আৰু যুক্তিবোধ দিলে শিক্ষাহীনতাই কণ্ঠীৰামক সেই কৰ্ত্তব্য আৰু যুক্তিবোধৰপৰা দিলে মুক্তি। অমিতেশে আত্ম-সংবৰণ কৰি তৎক্ষণাৎ থানাত টেলিফোন কৰি ঘটনাৰ কথা জনাই দিলে।

সেই সূত্ৰেতে পুলিচৰ আগমন। এই আগমনত এটা জাকজমক আছে। হৰিকিষণ ভালুকাৰ মৃত্যুৰ তদন্ততো এনেকুৱাই জাকজমক আছিল।

বিকাশ বৰুৱা আৰু কিৰীটি শইকীয়াই গহীন খোজত ঘটনা-থলীৰ ফালে গ'ল। তেওঁলোকক বাট দেখুৱাই নিলে অমিতেশ বৰুৱাই।

হেজাৰ হলেও সহোদৰ ককাই। মনান্তৰ বা মতান্তৰ হলেও সম্পৰ্কটো মচ নাযায়। মচ নাযায় সক কালৰ মৰম-বেথা। ঘটনাৰ চাঁমনিৰ তলত লুকাই থাকে। সময়ত বাকীবোৰ চাঁমনি খহি পৰে। ওলাই আহে চিৰন্তন ৰক্ত সম্পৰ্কৰ আকৰ্ষণ। অমিতেশৰ বেলিকাও তাকেই হল। তেওঁক ৰব দুৰ্বল আৰু বিষাদাচ্ছন্ন দেখাইছিল। সেই বিষাদ-বেদনাত বিজিতেশৰ কথা একেবাৰে পাহৰি গৈছিল।

তেওঁলোক গৈ অজিতেশৰ কোঠালীৰ দুৱাৰ মুখত বৈ দিলে। বাথৰুমৰ ওচৰত বাৰাণ্ডাত কচিবামক শুশ্ৰূষা কৰি আছিল অমিতেশৰ চাকৰ দুটাই। ডাক্তৰ এজনো ওচৰতে আছিল।

কিৰীটি শইকীয়াই ডাক্তৰক কচিবামৰ বিষয়ে সুধিলে।

ভয়ৰ বিশেষ কাৰণ নাই। বৰ বেছি ভয় খোৱা কাৰণেই ধকুটো বেছি হৈছে। ডাক্তৰে কলে।

বিষয়াসকলে দুৱাৰ মুখৰপৰাই ভিতৰখন ভালকৈ এবাৰ চাই ললে। প্ৰথমেই চকুত পৰিল অজিতেশৰ বিচনাত পৰি থকা মৰা শঙ্খ পোৱালিটো। বিষয়াসকলৰ গা শিয়ৰি উঠিল দৃশ্যটো দেখি। অমিতেশেও চৰাইটোক এতিয়াহে দেখিলে। তেওঁ থৰ লাগি ল'গ। কেইটামান মুহূৰ্ত গুচি গ'ল। তাৰ পাছত ভিতৰলৈ সোমাই গল। আলমাৰিৰ ওচৰত আকৌ বৈ দিলে। ভিতৰলৈ জুমি চালে। ভিতৰত এটা শক্তিশালী বাৰ্ব জলিছে। তেওঁলোকে তেৰ-মুৰ্কী কাঠ দেৱালৰ সিপাৰে থকা গোপন কোঠালীটোৰ ভিতৰলৈ জুমি চালে।

এই বিষয়াসকলে জীৱনত বহুত হত্যাকাণ্ড দেখিছে। কোনো ধৰণৰ কতুহলেই এতিয়া তেওঁলোকক অকণো বিচলিত নকৰে। কৰিব নোৱাৰে।

অন্ততঃ তেনেকুৱাই তেওঁলোকৰ ধাৰণা। কিন্তু আজি যি মৃত্যুৰ বিভীষিকাময় ৰূপ দেখিলে সেই দৃশ্য দেখি তেওঁলোকৰ দৰে আমঠ মনৰ মানুহো শিহৰিত নহৈ থাকিব নোৱাৰিলে। হয়তো অন্তৰবোৰ বেদনাতো কাতৰ হৈছিল। তাৰ প্ৰমাণ তেওঁলোকৰ মুখবোৰ। ওঁঠ কামুৰি যেন প্ৰবল আবেগ এটাক বান্ধি থৈছে।

প্ৰথমতে ভিতৰলৈ সোমাই গ'ল বিকাশ বৰুৱা তাৰ পাছত কিৰীটি শইকীয়া। তাৰ পাছত অমিতেশ।

বীভৎস দৃশ্য। যি ধনৰ কাৰণে অজিতেশ বৰুৱাই সমগ্ৰ জীৱন উছৰ্গা কৰিলে সেই ধন তেওঁ বান্ধিব নোৱাৰিলে। তেওঁৰ হাতৰ মুঠিত থাকি গ'ল মাথোন মুঠি সোণৰ মোহৰ।

বাধা দিছিলে তেওঁ। জীৱনতকৈও মৰমৰ ধনখিনি ৰক্ষা কৰিবলৈ যে তেওঁ বুকু পাতি আগচি ধৰিছিল তাৰ প্ৰমাণ একেবাৰে স্পষ্ট।

অজিতেশ বৰুৱাই নোটৰ জাপেৰে চন্দুক ভৰোৱা নাছিল। নোটেৰে তেওঁ সোণ কিনি কিনি দ'ম কৰিছিল। সোণৰ মোহৰৰ দ'ম। মোহৰবোৰেই আছিল তেওঁৰ লগৰী, তেওঁৰ বন্ধু। সেযে প্ৰকৃতিৰ প্ৰলয় বিভীষিকা দেখি ভয় খাই সেই মোহৰবোৰৰ সং বিচাৰি গ'ল। চন্দুক খুলি মোহৰবোৰ চুই তেওঁ ভাৰসা পাইছিল, মনত বল পাইছিল। কিন্তু তেওঁ সপোনতো ভৰা নাছিল যে যি অন্যৰ হাত সাৰিবলৈ তেওঁ এই গোপন কক্ষত সোমাইছিল তাতে তেওঁলৈ বাট চাই আছিল আৰু বেছি ভয়। স্বয়ং তেওঁৰ মৃত্যুদূত। অজিতেশ বৰুৱাৰ ওপৰটো আছিল চন্দুকৰ ভিতৰত। হাত দুখনেৰে খামুচি ধৰি আছিল মুঠি মোহৰ। তেওঁৰ কাষত বিন্ধি আছিল প্ৰায় এফুট দীঘল এখন ভেগাৰ। মুঠিটো আছিল হাতী দাঁতৰ। তাত খোদাই কৰি লিখা আছিল 'নিষাদ'।

অজিতেশ বৰুৱাৰ মৃতদেহৰ ওচৰত কিৰীটি শইকীয়াৰ মূৰটো দোঁ খাই পৰিছিল। বিকাশ বৰুৱাই সেইকালৰ পৰা চকু ঘূৰাই আইনকালে চালে।

শাৰী শাৰী চন্দুক। সেইবোৰৰ ভিতৰত বা কি ৰহস্য লুকাই আছে কোনে কব পাৰে ?

## গুহাৰাজ্যত উগুল-থুগুল

ওপৰা-উপৰি দুটা হত্যাকাণ্ডই মানুহৰ সুখিল নিত্তৰঙ্গ জীৱনত অকস্মাতে খেলি-মেলি লগাই দিলে। মানুহক বিমোৰ-বিচুৰ্তি কৰি পেলালে।

সেই খেলি-মেলিৰ ঢৌ লাগিছে গুহাৰাজ্যতো। দিনচেৰেকৰ পৰা তাতো কোনো তৰঙ্গ নাছিল। নাছিল কোনো চিন্তা-ভাবনা। এনে যেন বছৰেকীয়া ছুটীহে। গুহাৰাজ্যত ছুটীৰ মিজাজ বিৰাজ কৰিছিল।

আনকালৰ দৰে সেইদিনাও পুৱা আগফালৰ নিকা চোতালত ঘাটাইবোৰ গোট খাইছে। পুৱাৰ চাহ-জলপান দিয়া হৈছে। কিন্তু এতিয়াও বাজৰ-ডাক আহি পোৱা নাই। পুৱাৰ বাতৰিকাকতবোৰ বাবে ভাকৰালাই লৈ আহে।

কাকত আহি নোপোৱালৈকে চাহৰ মজলিছ বৰ মেৰমেৰীয়া হৈ থাকে। কথা পাতিবলৈ প্ৰসঙ্গ বিচাৰি হাবাথুৰি খাব লাগে। তাতে আজি কেহুণ নাই।

অৱশেষত ডাক আহিল। বাতৰি কাকতো আহিল। বাতৰি কাকতেই আজি গুহাৰাজ্যত ধুমুহা বোৱালে।

-নাই, হৰিকিষণৰ হত্যাকাৰীৰ কোনো সূত্ৰকে বিচাৰি নাপালে পুলিচে। তীৰ্থ ই আগ্ৰহেৰে কাকতত চকু ফুৰাই কলে।

বৰ আচৰিত লাগিছে। অথচ হৰিকিষণৰ ডায়েৰক যে এতিয়াও বিচাৰ পোৱা নাই এই কথাৰ ওপৰত কোনো গুৰুত্ব দিয়া হোৱা নাই। কলে পাৰ্থই।

মোৰ বিশ্বাস এয়া ডায়েৰৰে কাম। ডায়েৰটো মোজে বৰ উদণ্ড স্বভাৱৰ আছিল। কলে বিয়াজে।

ভাস্কৰে কিন্তু 'নতুন বাণী'খনত তেতিয়াও চকু ফুৰাই আছিল। তাত শেহতীয়া বাতৰি হিচাপে এটা সৰু বাতৰি ছপা হৈছিল। বাতৰিটো আছিল "পৰহি আগ নিশা চোৰাংচোৱা-প্ৰধান কিৰীটি শইকীয়াৰ ঘৰলৈ লক্ষ্য কৰি কোনোবা দুষ্কৃতকাৰীয়ে গুলীবৰ্ষণ কৰাৰ ঘটনাৰ বাতৰি পোৱা গৈছে। অৱশ্যে শইকীয়াই সেই কথা সমৰ্থন কৰা নাই যদিওএই বাতৰি আমি বিশ্বস্ত সূত্ৰৰপৰা পাইছো।"

কিৰীটি শইকীয়াৰ ঘৰ লক্ষ্য কৰি গুলী চলোৱাৰ খবৰ এটা পাইছা নেকি? ভাস্কৰে সুধিলে।

ক'তা। নাই পোৱাতো। সকলোৱে কাকতবোৰত নকৈ চকু ফুৰাবলৈ ধৰিলে।

নাই। ক'তো নাই। আইন কোনো কাকতত খবৰটো বিচাৰি পোৱা নগ'ল।

নগলেও কোনো কথা নাই। 'নতুন বাণী'য়ে উৰা-বাতৰি নছপায়। বাতৰিটোত যে সত্যতা আছে ভাস্কৰে তাক বিশ্বাস কৰে।

গুলী চলোৱাৰ কাৰণ কি? কোনেইবা চলাইছে? ৰিয়াজে সুধিলে।

ৰহস্যজনক ঘটনা। ৰহস্যজনক দুটা কাৰণত। ভাস্কৰে কলে।

ভাস্কৰৰ এই মন্তব্যত আটাইবোৰ সচকিত হ'ল। কোনেও মাত নামাতিলে। আগ্ৰহেৰে ভাস্কৰৰ মুখলৈ চাই ৰ'ল সেই প্ৰধান ৰহস্যৰ সম্বন্ধে জানিবলৈ।

প্ৰথম ৰহস্য হল, সঁচাই যদি গুলী কৰা হৈছিল সেয়া কিহেৰে? বন্দুকেৰে গুলী কৰা হলে শব্দৰ পৰাই মানুহে জানিব পাৰিলেহেঁতেন। শইকীয়াৰ ৰিচিনা একন ওখৰবীয়া ৰিয়াৰ ঘৰত গুলীবৰ্ষণৰ বাতৰিতো সাধাৰণ বাতৰি নহয়। আনবোৰ কাকতত নিশ্চয় সেই বাতৰি ওলালহেঁতেন। কিন্তু আনবোৰত সেই বাতৰি অনুপস্থিত। চাইলেন্চাৰ যুক্ত বিভলভাৰৰ গুলীও হব পাৰে। যদি সেয়াই হয়, তাক কিমান দূৰৰপৰা কৰা হৈছিল? কাৰণ শইকীয়াৰ ঘৰৰ পৰা পদুলিমুখৰ দূৰত্ব পকাছ ফুটমান হেছি। সেইতপৰৰ

আছে। তেনে ক্ষলত প্ৰশ্ন উঠে গুলীৰ লক্ষ্য কোন? অৱশ্যে তেতিয়া শইকীয়া ক'ত আছিল বাতৰিত তাৰ উল্লেখ নাই। দ্বিতীয় ৰহস্যটো হল গুলী কৰাটো যদি সঁচা হয়, তাৰ কাৰণ কি? হৰিকিষণৰ হত্যাৰ লগত ইয়াৰ কোনো সম্পৰ্ক আছে নেকি? যদি থাকে তেন্তে তাৰ কোনো সূত্ৰ শইকীয়াৰ হস্তগত হৈছে নেকি? এই বুলি ভাস্কৰে জুপুকা মাৰিলে। মানসিকভাবে সি স্থানান্তৰিত হৈ পৰিল। মাজে মাজে এনেকুৱা হয়। কোনো সমস্যাৰ সমাধানত যুক্তি যেতিয়া ব্যৰ্থ হয় তেতিয়াই সি পৃথিৱীৰ বাস্তৱতাৰ পৰা মানসিক ভাবে আঁতৰি পৰে। তাৰ অন্তৰাত্মাৰ নিৰ্দেশ বিচাৰি মনৰ গভীৰত ৰব যাবে।

এই সময়তে ফেহুক অহা দেখা গ'ল। সি বেগাই খোজ দিছিল। মুখত উত্তেজনাৰ ভাব। আনকালে সি ইমান বেগাই[illegible]ৰে। এই ধৰণৰ উত্তেজনাও নাথাকে।

ভাস্কৰৰ বাহিৰে আটাইবোৰে তালৈ চাই আছিল। ভাস্কৰে তাক দেখা নাছিল। কাৰণ তাৰ চকু সেইফালে থাকিলেও মন আছিল বিপৰীত ফালে।

ফেহুৱে ভাস্কৰক সেৱা কৰি তাৰ ভৰিৰ ওচৰত ধপচকৈ বহি পৰিল। এটা হুমুনিয়া কাঢ়িলে। হয়তো ভাগৰতে।

ভাস্কৰে ফেহুৰ মুখলৈ চালে।

পুৱাই গুচি আহিলি যেখোন? ভাস্কৰে কলে।

নাহি কি কৰিম? চহৰৰ মানুহবোৰ চাগৈ ইমান পৰে পলাই অন্ত হল। ফেহুৱে ভূমিকা নকৰাকৈ কলে। কথাটো অসম্ভৱ। কিন্তু সি যিধৰণে কলে তাক অসম্ভৱ বুলি ভবাও টান।

চহৰৰ মানুহবোৰ পলাল কিয়? চহৰত পানী উঠিছে নেকি? বিয়াজে সুধিলে।

ফেহুৱে বিয়াজৰ ফালে চালে। তাৰ মুখত বিৰক্তিৰ ভাব। সি যেন এই সময়ত আনে যাত মতাটো পছন্দ কৰা নাই।

পানী উঠিলেহে মানুহ পলায়নেকি ? নহলে কথাত মাত নামাতিবা, বুইছা ?

ভাস্কৰে বুজিলে যে চহৰত কিবা এটা গুৰুতৰ ঘটনা ঘটিছে। কিন্তু সেই কথা সি সহজতে সৈ নাকাঢে। তাক লাইনত আনি লব লাগিব।

তই জলপান খালি নে নাই ?

খাবলৈ আহৰি পালো জানো ? কথমপি পলাই আহিছো, মন কৰক। চহৰখন আৰু মানুহলৈ থকা নাই। ইয়াকেহে কলো আৰু।

নাথাকক দে। আমি চহৰত থাকিবলৈ নাযাওঁ। তই আগতে খাই ল। পাছত যি হয় হব। ভাস্কৰে কলে।

হৈছে প্ৰভু। চহৰ খৰা-নথকাত আমাৰ একো হানি-বিঘিনি নাই হওতে। পিছে ঘটনাহে বেয়া হল। আপোনাক কৈছো, বৰ বেয়া হল। সি যি বাতৰি লৈ আহিছে সেই বাতৰি যে কিমান গুৰুত্বপূৰ্ণ তাৰে এটা আভাস দি থলে। তাৰ ভয় জানোচা ভাস্কৰে পাছত তাক একো নুসুধিবই।

হওক বাৰু। তই খাই ল আগতে। ঘটনাৰ কথা পাছতো শুনিম, ভাস্কৰে কলে।

অগত্যা বাধ্য হৈ ফেছু ভিতৰলৈ গ'ল।

কিবা উমান ধৰিব পাৰিছে দাদা ? তীৰ্থই ফেছুৰ বিষয়ে ইঙ্গিত কৰি সুধিলে।

সঠিককৈ নাই পৰা। কিন্তু এইটো সঁচা কথা যে চহৰত কিবা এটা ঘটনা ঘটিছে য'ত আমাৰ হস্তক্ষেপ কৰাৰ প্ৰয়োজন আছে। নহলে সি ইমান সোন-কালে ঘূৰি নাহে।

সোনকালে ঘূৰি আহিলে সঁচা কিন্তু সোনকালে জানো কথাটো ভাঙিব ? গপতে উফন্দি থাকিব নিশ্চয়।

এইটো তাৰ স্বভাৱ। এই স্বভাৱটো তাৰ নগ'ল আৰু। খাই আহক বাৰু।

ফেহু খাই অহাৰ আগতে ৰৰষুণ দিবলৈ ধৰিলে। আটাইবোৰ ভিতৰলৈ সোমাই গ'ল।

খাই-বৈ আহি ফেহু আকৌ ডাক্তৰৰ ভৰিৰ ওচৰতে মজিয়াত বহিলে।

কি হল ? ইমান সোনকালে খালিনে ? ডাক্তৰে কলে।

খাবলৈ মত নাযায়। তেও বুলি ঈচৰে দিয়া দেহাটো ৰইখা নকৰিলেও মন কৰক পাপে ছুৱে। নহলে মন কৰক, যিহে দেখিলো তাৰ পাছত খোৱা-বোৱাৰ কথাকে পাহৰি যাব লাগিছিল।

সেই কাৰণেহে কণী দুটা বেচিকৈ খালি হব পায় ? ফিঙাই মুখপাতি ধৰিলে।

কি কলি ? বেচিকৈ খালো ?

খালিতো। কলো খালি পুৰা এআখি।

তাৰ কথা শুনিছে পৰভু ? এনেকুৱাত কি কৰিবলৈ মন যায় আপুনিয়ে কব লাগে। ইয়াকেহে কলো আৰু। ফেহুৱে গোচৰ দিলে ডাক্তৰক।

কিটো কৰিবি। মই কিবা মিছা কৈছো নেকি ?

মই কিবা গম্তি কৰি খাইছিলো নেকি ? মই কিমান অশান্তিত আছো জানিছ হব পায় ?

ঠিকেই। তাৰ মনৰ গতি ভাল নহয়। যি পাইছে খাইছে। যাবলৈ দে সেইবোৰ কথা। চহৰৰ ঘটনাটো সোনকালে কৈ পেলাছোন ফেহু। মই বেচি পৰ বৰ নোৱাৰিম। চহৰলৈ যাব লাগিব।

ফেহুৱে ডাক্তৰৰ মুখলৈ চালে। বুজিবলৈ চেষ্টা কৰিলে যোৱাটো সঁচানে মিছা। নে তাৰপৰা কথা উলিয়াবলৈ ভুৰুকনি দিছে।

কিন্তু দস্যু ডাক্তৰে যদি ভুৰুকনি দিয়েও তাক ধৰাৰ সাধ্য ফেহুৰ নাই। এতিয়াও নহল। সি সঁচা বুলিয়েই ধৰি ললে। সি ভেতিয়া ঘটনাৰ কথা ততালিকে ভাঙিবলৈ বাধ্য হল।

হেৰি ঐ, আমাৰ বৰুৱা চেহাবক কোনোবাই মাৰি-কাটি ধন-সোণ সোপাই নিলে। ফেহুৱে কলে।

কোন বৰুৱা? ভাস্কৰে সুধিলে।

সেই চাহ বৰুৱাৰ পুতেক অজি নে কিবা নামটো। অজিতেশৰ পিতৃ প্ৰভাতেশ চাহ-বৰুৱা বুলিয়ে জনাজাত আছিল। সেইকালতো চাহ ব্যৱসায়ত তেৱেঁ আছিল ডাঙৰ অসমীয়া চাহ-খেতিয়ক।

অজিতেশ বৰুৱা? উজান বজাৰত ঘৰ?

হৈছে পৰভু।

মৰিল নেকি?

কৈছেহে আকৌ? মৰি মন কৰক, ভালেখিনি পালেগৈ। ফেহুৱে ওপৰলৈ চালে।

কিহত গ'ল? বিযাঙ্গে গহীনাই সুধিলে।

ফেহুৱে বিয়াঙৰ ফালে ঘোপাকৈ চালে। বিযাঙ্গে যে ঠাট্টা কৰিছে তাক তৎক্ষণাৎ ধৰিব পাৰিলে সি।

হেৰা কাইটি, এইবোৰ কথাত ঠেটা নকৰিবা, বুইছা। ভাল নহয়। যমৰজাই যাক যিহত নিব লাগে সেই মতে লৈ যায়।

পুলিচ গৈছিলে হব পায়? ভাস্কৰে সিহঁতৰ তৰ্কাতৰ্কিত বাধা দি সুধিলে।

গৈছিলে আকৌ। বৰুৱা চেহাব, শইকীয়া চেহাব, কুকুৰ চেহাব

হাঃ হাঃ হাঃ। ভাস্কৰৰ বাহিৰে আটাইবোৰে হাঁহি দিলে।

এই আকস্মিক হাঁহিৰ কাৰণটো ধৰিব নোৱাৰি ফেহুৱে বৰ বিৰক্তি প্ৰকাশ কৰিলে। সি চাহাব কৈ থাকোতে লাচতে কুকুৰকো যে চাহাব বনালে সেই কথা সি ধৰিব নোৱাৰিলে।

এই ধৰণে চুপতি কৰিলে মন কৰক, কথা কব পাৰি নেকি? ফেহুৱে দ্বিতীয় বাৰ গোচৰ দিলে ভাস্কৰক।

সঁচা কথা। পিছে হাঁহিলে কিয় জানিছ? ভাস্কৰে কলে।

নাই জনা মন কৰক।

কুকুৰ চাহাব যে কলি সেই কাৰণে।

এইবাৰ ফেহুৰেও হাঁহিলে।

তাৰ পাছত কি হল ক। ভাস্কৰে পুনৰ কলে।

তাৰ পাছত মন কৰক চাহ-বকৰাৰ সকটো লবাকো বিচাৰি পোৱা নাই।

নাই পোৱা ? হঠাতে উত্তেজিত হৈ প্ৰশ্ন কৰিলে ভাস্কৰে।

নাই পোৱা মন কৰক। তেওঁ বেলেগে থাকে। কালি ফুৰিবলৈ আহি বতাহ-বৰষুণৰ কাৰণে যাব নোৱাৰিলে।

বৰ আচৰিত কথা। হৰিকিষণ খুন হল। ভায়েকটোও নাইকিয়া হল। এইবাৰ অজিতেশ বৰুৱা খুন হল। তেওঁৰো ভায়েক এজন নিৰুদ্দেশ। ভাস্কৰে কথাখিনি অন্যমনস্কভাবে উচ্চাৰণ কৰিলে।

তেন্তে দুইটা ক্ষেত্ৰতে খুনী ভায়েকবোৰেই নেকি ? তীৰ্থই কলে।

কথাটো একেবাৰে উকৰাই দিব নোৱাৰি। তাৰ আগতে অৱশ্যে বহুত কথা বিচাৰ কৰিব লগীয়া আছে। কিন্তু মোৰ বিশ্বাস এই ঘটনাবোৰৰ লগত কিৰীটি শইকীয়াৰ ৰ লক্ষ্য কৰি গুলী চলোৱাৰ ঘটনাৰ কিবা যোগাযোগ আছে।

যদি এনে তেতিয়া হলে নিহত লোকসকলৰ ভায়েকবোৰ কলৈ গ'ল ? ৰিযাজে সুধিলে।

এইখিনিতে ৰহস্যটো গভীৰ হৈ উঠিছে। এয়া হত্যাকাৰীৰ কোনো চতুৰ চাল হোৱাও অসম্ভৱ নহয়। এইবুলি ভাস্কৰে মুৰ দুপিয়াই দুপিয়াই মিচিক্ মিচিক্ হাঁহিবলৈ ধৰিলে।

এয়া একেবাৰে নতুন কথা। একেবাৰে বিৰুদ্ধ কথা। কোনো সমস্যাৰ আলোচনা কৰোতে ভাস্কৰে কেতিয়াও নাহাঁহে। আজি কিয় হাঁহিলে ?

ভাস্কৰৰ সহকৰ্মীবোৰৰ ওচৰত হত্যাকাণ্ডৰ ৰহস্যতকৈ তাৰ এই হাঁহিটোহে ডাঙৰ হৈ উঠিল। কিন্তু এই বিষয়ে প্ৰশ্ন কৰাৰ কোনো সুৰুঙা নাই। কাৰণ ভাস্কৰ তেতিয়া আকৌ নিজৰ অন্তৰৰ গহীনত বুৰ মাৰিলে।

নিঃশব্দে পাঁচটা মিনিট বাগৰি গ'ল। তাৰ মাজতে কোন টলকত ফেহু উঠি গ'ল কোনেও গম নাপালে। গম পালে যেতিয়া সি কফিৰ ট্ৰে লৈ সোমাই আহিল।

হত্যাকাৰী যেয়ে নহওক সি চতুৰ হলেও অতি দাম্ভিক। তাৰ অতি দম্ভয়ে তাক ধৰাই দিব। আমি বোধ কৰো গুহাৰাজ্য এৰিব নাগিব।

সকলোৱে বিস্মিত হৈ ভাস্কৰৰ মুখ'ল চালে। ফেহুৱে নিঃশব্দে কফিৰ কাপবোৰ হাতে হাতে তুলি দিলে। ভাস্কৰে কাপটো লৈ কলে, তই কি কৰ ফেহু। এই সময়ত আমি গুহাৰাজ্যত আৰাম কৰি একাটো স্নানো যুগুত হব ?

সি চকু পিটপিটাই কেউফালে চালে। মুখত নাজকীয়া হাঁহিৰ ৰেঙণী। ভাবটো যেন, মন কৰিছা ৰাইজ - কি কৰিব লাগিব-নেলাগিব সেই বুধি মোকহে বিচাৰিছে। কথাটো আগলৈ মনত ৰাখিব।।

হেৰি ঐ, ফকৰা এটা আছে নহয়, বোলে 'আছে শক নাবায় হাল হোৱা-তকৈ নোহোবাই ভাল'। মন কৰক সেই লেখীয়াই কথা। ফেহুৱে নিজৰ কফিৰ কাপটো লৈ লেপটা কাঢি বহি গহীনাই কলে।

ঠিক কৈছ। গতিকে ৰাইজ হাল বাবলৈ সাজু হোৱা ইক। আমাৰ ফেহুৱে আজিকালি ফকৰা গাইহে উত্তৰ দিয়ে। ভাস্কৰে এইবুলি হাঁহি হাঁহি উঠি গ'ল।

ফেহুৱে আকৌ এবাৰ সকলোৰে মুখত চকু ফুৰাই ললে।

## ৰাজঘৰীয়াৰ সমবেদনা

অজিতেশৰ এই আকস্মিক অপঘাত মৃত্যুত শোক প্ৰকাশ কৰিবলৈ মানুহ আহিয়েই আছে। তেওঁৰ বন্ধু-বান্ধৱৰ সংখ্যা নিচেই তাকৰ হলেও ব্যৱসায় সংক্ৰান্তত তেওঁৰ লগত বহুতৰে স্বাৰ্থ-সম্পৰ্ক আছিল। তেওঁৰ মৃত্যুত ব্যৱসায়ৰ সকলো দায়িত্ব বৰ্তিছে অমিতেশৰ ওপৰত। এই চেগতে অমিতেশৰ লগত চা-চিনাকি হোবাৰ সুবিধাটো তেওঁলোকে লবলৈ নেৰিলে। সাক্ষাৎ কৰিবলৈ

অন্য বহুতকে অমিতেশে চিনি নাপায়। কিন্তু সকলোকে তেওঁ সমান ব্যৱহাৰ কৰিছে। সমান মৰ্য্যাদাৰে আদৰিছে।

অজিতেশৰ শ-সংকাৰ হৈছিল দ্বিতীয় দিনা পষ্ট মৰ্টেম কৰি মৰ্গৰপৰা এৰি দিয়াৰ পাছত। তৃতীয় দিনা আবেলি আধুনিক মডেলৰ আকাশী বৰণৰ প্ৰকাণ্ড জাপানী গাডী এখন পদূলি মুখত আহি বৈ দিলে। ড্ৰাইভাৰক ধৰি তিনিজন আৰোহী আছিল গাডীখনত। বাকী দুজনৰ এজন যুৱক। তেওঁ আগ চিটত ড্ৰাইভাৰৰ কাষত বহিছিল। তৃতীয় জন বহিছিল পাছৰ চিটত। ওখ-পাখ তেজ-গোৰা চেহেৰা। বয়স পঞ্চাছৰ ভিতৰত। কাণৰ ওপৰৰ চুলিবোৰত পক ধৰিছে। চকুত সোণৰ ফ্ৰেমৰ চচ্‌মা। মুখত পাইপ। গাডীখন বোৱাৰ লগে লগে দৰোৱানে গেট খুলি দিলে। সমুখৰ চিটত বহা ডেকাজনে দৰোৱানৰ হাতত এখন কাৰ্ড দিলে। দৰোৱানে ততালিকে কাৰ্ডখন নি অমিতেশক দিলে গৈ। অমিতেশৰ বৈঠকখানাত আক জনাচেৰেক মানহী আছিল। কাৰ্ডখনত চকু ফুৰাই তেওঁ অতিথিসকললৈ চাই কলে, কলিকতাৰ পৰা মিঃ জয়পাল ৰাজঘৰীয়া আহিছে।

জয়পাল ৰাজঘৰীয়া কোন ? এজনে আচৰিত হৈ প্ৰশ্ন কৰিলে।

অমিতেশে মানুহজনৰ অজ্ঞতা দেখি হাঁহিলে।

নাম শুনা নাই ? 'ৰাজঘৰীয়া গ্ৰুপ'ৰ মালিক জয়পাল ৰাজঘৰীয়া। আপোনালোক অলপ বহক। মই তেওঁক আগবঢাই আনোগৈ। এইবুলি অমিতেশ ওলাই গ'ল।

জয়পাল ৰাজঘৰীয়া আৰু তেওঁৰ প্ৰাইভেট চেক্ৰেটৰী অজিত মালহোত্ৰাক আদৰিলে অমিতেশে। বৈঠকখানাত থকা সকলোৰে সৈতে চিনাকি কৰাই দিলে তেওঁলোকক।

বহক মিঃ ৰাজঘৰীয়া। মিঃ মালহোত্ৰা, আপুনিও বহক।

অলপ পাছত আগতে অহাকিজন গুচি গ'ল।

ৰাজঘৰীয়াই বিশেষ দুখ প্ৰকাশ কৰিলে। অৱশেষত অজিতেশ বৰুৱাৰ

ঘৰটো দেখুৱাবলৈ অনুৰোধ কৰিলে। অমিতেশে তৎক্ষণাৎ মান্তি হৈ তেওঁক লৈ গ'ল। ৰাজঘৰীয়াই সকলো বিষয় বিতংকৈ জানি ললে। অজিতেশক য'ত হত্যা কৰা হৈছিল সেই গোপন কোঠালীটোও চালে। অজিতেশক যিখন ছুৰীৰে হত্যা কৰিছিল তাৰ নালভালত যে 'নিষাদ' শব্দটো খোদাই কৰা আছিল তাকো জনালে অমিতেশে।

আপোনাৰ ভায়েকৰ কিবা খবৰ পাইছেনে মিঃ বৰুৱা ? ৰাজঘৰীয়াই ঘূৰি আহিবৰ সময়ত সুধিলে।

নাই পোৱা মিঃ ৰাজঘৰীয়া। বিষাদৰ সুৰত কলে অমিতেশে।

এই হত্যাকাণ্ডৰ লগত তেওঁৰ কিবা সংযোগ আছে বুলি বহুতে যে ভাবি ছ সেই বিষয়ে আপুনি কিবা সন্দেহ কৰে নেকি ?

কৰাৰ কোনো কাৰণ নাই। প্ৰথম কথা ধন-বিত্তলৈ তাৰ কোনো ল'· নাছিল। দ্বিতীয়তে সি অতি শান্তিপ্ৰিয়। এই সময়ত বিজিতেশ যিটো ঘৰত আছিলে তাৰ আগত উপস্থিত হল। অমিতেশে কলে সেই নিশা এই ঘৰতে সি শুইছিলে।

এবাৰ চাব পাৰোনে ?

নিশ্চয়।

এইবুলি অমিতেশে লগতে অনা চাবিৰে তলা খুলিলে।

অমিতেশৰ পাছে পাছে ৰাজঘৰিয়া আৰু অজিত মালহোত্ৰা সোমাই গ'ল

ক'তো কোনো বিশৃংখলা নাই। ধাৰণা হয় এইমাত্ৰ যেন মানুহজন বিচনাৰপৰা উঠি গৈছে। গাড়ুটোত মুৰৰ সাঁচ বহি আছে। বিছনাৰ চাদৰখন ভৰিৰ ওচৰত অলপ কোঁচ খাইছে মাথোন।

ৰাজঘৰীয়াই কেউফালে চকু ফুৰাই চালে।

বিজিতেশ বৰুৱা ধূমপায়ী নেকি ?

নাই, বিৰি-চুৰট খোৱাৰ অভ্যাস তাৰ নাছিল।

ঘটনাৰ দিনা এই ঘৰত তেওঁৰ কোনো বন্ধু-বান্ধৱ আহিছিল নেকি ?

মই জনাত নাই অহা। নিশা দহ বজালৈকে সি আমাৰ লগতে আছিল।

বলক। ৰাজখৰীয়াই অমিতেশক আগবাঢ়ি যাবলৈ ইঙ্গিত কৰিলে। সেই চেগতে তেওঁ বুক-ছেলফৰ চুকৰপৰা জুইশলাৰ কাঠি এটা বুটলি লৈ জেপত ভৰালে।

আৰু এটা কথা মিঃ বৰুৱা, ওলাই যাওতে ৰাজখৰীয়াই কলে।

কি ?

এই ঘৰত এছ-ট্রে নাছিল নে ?

আছিলে এটা। পুলিচে লৈ গৈছে।

তাত চিগাৰেটৰ টুকুৰা আছিল নেকি ?

দুটা আছিল।

তাৰ পাছত আৰু দহমিনিটমান থাকি ৰাজখৰীয়াই বিদাই লৈছিল।

জয়পাল ৰাজখৰীয়া চিলঙলৈ আহিছিল ব্যৱসায়িক কামত। বাতৰি-কাকতত অমিতেশ বৰুৱাৰ মৃত্যু সংবাদ পঢ়ি তেওঁ শোক জনাবলৈ আহিছে। আছে ৰিভাৰভিউ হোটেলত।

মিঃ ৰাজখৰীয়াৰ গাড়ীখন ৰিভাৰভিউ হোটেলৰ ফালে যাওতে পাছে পাছে গৈ আছিল এখন টেক্সি। টেক্সিখনে সুযোগ পায়ো ৰাজখৰীয়াৰ গাড়ীখনক আগবাঢ়ি যাবলৈ চেষ্টা কৰা নাছিল। ভিতৰত আছিল দুজন আৰোহী। আৰোহী দুজনে এনে ধৰণে ইফালে সিফালে চাইছিল যেন তেওঁলোকে দৃশ্য চাবলৈহে ওলাইছে।

ৰাজখৰীয়াৰ গাড়ীখন ৰিভাৰভিউ হোটেলৰ আগত ৰৈ দিলে। টেক্সিখন কাষেদি গুচি গ'ল। মিঃ ৰাজখৰীয়া গাড়ীৰপৰা নামিবৰ সময়তে বিকট ধৰণে হৰ্ণ বজাই টেক্সিখন কাষেদি গুচি গ'ল। ইমান কাষেদি গ'ল যে তেওঁ মুখ ঘুৰাই নোচোৱাকৈ নোৱাৰিলে। ভিতৰত আৰোহী দুজনক দেখিয়েই নে টেক্সিখনৰ বিৰক্তিজনকভাৱে হৰ্ণ বজোৱাৰ কাৰণেই তেওঁৰ কপাল

কোঁচ থালে কোৱা টান। কিন্তু মিঃ ৰাজঘৰীয়াৰ মুখত বিৰক্তিৰ ভাব দেখি তেওঁৰ প্ৰাইভেট চেক্ৰেটৰী মালহোত্ৰাই টেকৃচিথনলৈ চাই মন্তব্য কৰিলে, এয়া ইচ্ছাকৃত অসভ্যালি।

মালহোত্ৰাই খ'খোৱা দেখি ৰাজঘৰীয়াই তেওঁলৈ চাই জুখি-মাখি হাঁহি এটা মাৰি মুৰ দুপিয়ালে। তাৰ পাছত দুয়ো ভিতৰলৈ সোমাই গ'ল। গাড়ীখন গুচি গ'ল।

তাৰ পাছত কিন্তু সেই গাড়ী বা মিঃ ৰাজঘৰীয়াক ক'তো বিচাৰি পোৱা নগ'ল। তেওঁৰ চেক্ৰেটৰীজনো অদৃশ্য হল।

আনকালৰ দৰে আজিও হোটেলৰ বল-ৰুমত নাচ-গান চলিছে। আনন্দ-মুখৰ পৰিবেশ। এই সময়তে এগৰাকী মহিলাক লৈ এজন সম্ভ্ৰান্ত ভদ্ৰলোক হোটেলত প্ৰবেশ কৰিলে। মেনেজাৰ বিলমুৰিয়াই তেওঁৰ কক্ষত বহি কাম কৰি আছিল। লাউঞ্জত মাথোন দুজন বয়সস্থ মানুহ বহি আছে। তেওঁলোকে সুৰা পান কৰি কথা পাতিছে। মানুহ দুজন যে ব্যৱসায়ী তেওঁলোকৰ কথাৰপৰাই তাৰ পৰিচয় পোৱা যায়। কাৰণ তেওঁলোকে প্ৰকাশ্যেই আলোচনা কৰিছিল। এজন স্থানীয় ব্যৱসায়ী। এজন অইন কোনো ৰাজ্যৰপৰা আহিছে। তেওঁলোকে উদু মিহলি হিন্দীত কথা পাতিছিল। স্বভাৱতে বুজিবপৰা গৈছিল যে তেওঁলোক পশ্চিমীয়া মানুহ।

আগন্তুক ভদ্ৰলোকজনে তেওঁলোকৰ ফালে এবাৰ সন্ধানী দৃষ্টিৰে চাই বয়-টোক মেনেজাৰ ক'ত আছে সুধিলে। বয়টোৱে তেওঁলোকক মেনেজাৰৰ কোঠাটো দেখুৱাই দিলে।

আহিব পাৰোনে ? আগন্তুকে মেনেজাৰৰ কোঠাৰ দুৱাৰখন মেলি অনুমতি বিচাৰিলে।

বিলমুৰিয়া চাহাব অমায়িক মানুহ। তথাপি এই সময়ত আমনি কৰাটো তেওঁ ভাল নাপালে। বয়টোৰ ওপৰত খং উঠিল। কিন্তু তৎক্ষণাৎ আত্ম-সংবৰণ কৰি পেলালে। কাৰণ তেওঁৰ সমুখত থিয় হৈ থকা মানুহে বিনীত

ভাবেৰে অনুমতি বিচাৰিছে সেই মানুহজনৰ আৰু তেওঁৰ সঙ্গিনী মহিলাৰ চেহৰা আৰু সাজ-পাৰত এনে এটা ওখ-খাপৰ আভিজাত্য আৰু অৰ্থ-কৌলিন্য প্ৰকাশ পাইছিল যে আগন্তুকক প্ৰত্যাখ্যান কৰাৰ চিন্তাটো লগে লগে তেওঁৰ মনতে ভাহ গ'ল। তেওঁ বৰং চকীৰ পৰা উঠি সাদৰে অভ্যৰ্থনা জনালে।

নিশ্চয়। আহক। বিলমুৰীয়াই আদৰিলে। দুয়োকো বহিবলৈ অনুৰোধ কৰিলে।

ধন্যবাদ। মোৰ নাম মি. এল কে ভাবা। সঙ্গিনীক চকুৰ ইঙ্গিতেৰে দেখুৱাই কলে, মিছেছ ভাবা।

মোৰ কি সোভাগ্য যে আপোনাসকলৰ নিচিনা পৰম সন্মানিত লোকৰ চৰণধূলি পৰিছে মোৰ এই নিঃকিন কক্ষত। আপোনালোকক কেনেকৈ আপ্যায়িত কৰিম বুজিবপৰা নাই।

সেইবিষয়ে একো নাভাবিব। আমি আমাৰ এজন বন্ধুক লগ ধৰিবলৈ আহিছো। তেওঁ এই হোটেলতে উঠিছে জানিব পাৰিছো। মিঃ ভাবাই ক'লে।

তথতৰ নামটো জানিব পাৰিলে

মি. ৰাজঘৰীয়া। জয়পাল ৰাজঘৰীয়া।

ৰাজঘৰীয়া মিঃ জয়পাল ৰাজঘৰীয়া। মেনেজাৰ বিলমুৰিয়াই মূৰ খজুৱাবলৈ ধৰিলে।

কি ? মনত পৰা নাই ? ৰেজিষ্টাৰ বহী চালেই পাব।

কিন্তু চাৰ, মিঃ ৰাজঘৰীয়াৰ নিচিনা ব্যক্তিৰ কথা পাহৰি যোৱাটো জানো সম্ভৱ ? মোৰ বোধেৰে

আঃ মিঃ মেনেজাৰ, ভবা-চিন্তা কৰাতকৈ বহীখন চোৱা জানো উচিত নহব ?

বিলমুৰীয়াই কলিংবেল বজালে। তৎক্ষণাৎ বয় এটা সোমাই আহি চেলাম কৰিলে।

ৰেজেষ্টী বুক। সংক্ষেপত আদেশ দিলে বম্নটোক।

কিন্তু কোনো কামত নাহিল। জয়পাল ৰাজঘৰীয়া বা অজিত মালহোত্ৰা বুলি কোনো আলহী যোৱা এমাহৰ ভিতৰত এই হোটেলত পদাৰ্পণ কৰাৰ কোনো প্ৰমাণ পোৱা নগ'ল।

নোপোৱাৰ বাবে দায়িত্ব যেন মেনেজাৰৰহে। তেনেধৰণেই সেমেনা-সেমেনিকৈ কলে আপোনালোকক সাহায্য কৰিব নোৱাৰি মই বৰ দুখ পাইছো চাৰ। যদি অনুমতি দিয়ে চাৰ্কিট হাউচত বা গেষ্ট হাউচত ফোন কৰি খবৰ লব পাৰো।

ধন্যবাদ, মেনেজাৰ। মই নিজে গেষ্ট হাউচত আছো। আৰু এইমাত্ৰ চাৰ্কিট হাউচত বাণিজ্য- মন্ত্ৰীৰ লগত সাক্ষা- কৰি আহিছো।

বৰ দুখৰ বিষয় চাৰ। এইধৰণৰ ভিত্তিহীন খবৰ দিয়াৰ বাবে আপোনা-লোকৰ

এক মিনিট মিঃ মেনেজাৰ। মিঃ ৰাজঘৰীয়া অলপ ৰোমাণ্টিক ধৰণৰ মানুহ। ছদ্মনাম-তো ৰাখিব পাৰে। আপুনি তেওঁক আগতে নিশ্চয় দেখা নাই?

নাই দেখা চাৰ।

মানুহজন বেচ ওখ-পাখ। গাৰ বৰণ তেজ-গোৰা। বয়স পঞ্চাছৰ ভিতৰত। কাণৰ গুৰিৰ চুলিত পক ধৰিছে। চকুত সোণৰ ফ্ৰেমৰ চচ্‌মা। মুখত পাইপ। লগতে তেওঁৰ এজন ডেকা চেক্ৰেটৰী আছে। মিঃ ভাবাই আগ্ৰহেৰে মেনেজাৰৰ মুখলৈ চালে। হঠাতে মেনেজাৰৰ মুখখন পোহৰ হৈ আকৌ মোলান পৰি গ'ল।

তেনেকুৱা চেহেৰাৰ মানুহ এজনক সাঁজ লগাৰ আগতে লাউঞ্জত সোমোৱা দেখিছিলো চাৰ। কিন্তু সোণৰ চচ্‌মা, মুখত পাইপ নাই সেইবোৰ নাছিল।

সেই মানুহজন আছে নেকি ইয়াত? আগ্ৰহেৰে সুধিলে মিঃ ভাবাই।

নাই চাৰ।

কি কৰিবলৈ আহিছিল?

কৰ নোৱাৰিলো চাৰ। তেওঁলোকে মোক লগ ধৰা নাছিল। ময়ো খবৰ কৰা নাছিলো। তেনেকুৱা বহুতেই আছে চাৰ। মই ভাবিছিলো তেওঁ হয়তো এজন ভিজিটৰ। কিনাকি বা আপোন মানুহ কাৰবাক লগ পাবলৈ আহিছে।

মি: ভাবাই তেওঁৰ পত্নীলৈ চালে। পত্নীৰ মুখত হতাশাৰ চিন। মিঃ ভাবাই কান্ধ জোকাৰি নিজৰ হতাশা প্ৰকাশ কৰিলে। তাৰ পাছত বিদায় লৈ গুচি গ'ল।

কিন্তু সেই যোৱাই যোৱা নহয়।

মি. ভাবা গুচি গ'ল যদিও, ৰিভাৰভিউ হোটেলৰ ওপৰত তেওঁৰ চকু থাকিল।

**স্বপ্ন ভঙ্গ**

পাছদিনা এখন চিনেমাহলত এজন মানুহে বহুতৰে দৃষ্টি আকৰ্ষণ কৰিলে। ওখ-পাখ তেল-গোৰা চেহেৰা। মুখত সমকোণী এযোৰা গোঁফ। চুলিবোৰ কান্ধত পৰি স্প্ৰিঙৰ দৰে পাক খাই গৈছে। খুৎ দুটা ছাগলী ঠেঙৰ দৰে ওপৰত চিঁয়া হৈ তলৰ বহল হৈ কোঁৱাৰিৰ চুকত সমকোন এটা সৃষ্টি কৰি নামি আহিছে। গোঁফ আৰু খুৎটোৰ মাজত তিনি মিলিমিটাৰৰ ফাঁক। এই ফাঁকটো যেন এটা প্ৰণালী। গাত নৃত্যশীল অৰ্দ্ধ উলঙ্গ নৰ-নাৰীৰ ছবি ছপা দামী টেৰিলিনৰ চোলা। বাবে বৰণীয়া এক ডজন পকেটেৰে বেল-বটম। ভৰিত তিনি ইঞ্চি ওখ হ'ল লগা বুট। চকুত সোণৰ ফ্ৰেমৰ চচমা। যেন স্বয়ং হিপ্পি অৱতাৰ। তাৰ বিপৰীতে তেওঁৰ সঙ্গীজনৰ বয়স যদিও কম কিন্তু তেওঁৰ সাজ পাৰ একেবাৰে চাকচিক্যহীন।

তেওঁলোকক দেখি কিছুমানে নাক কোঁচালে। কিছুমানৰ ঈৰ্ষা হ'ল।

কিছুমানে প্ৰশংসা কৰিলে। ছদ্মবেশী ধৰ্মিন্দৰ অথবা শত্ৰুয় হয়নে নহয় গৱেষণা চলালে।

এই হলটোত ভাৰতৰ সৰ্বাধিক ব্যয়বহুল, সৰ্বাধিক প্ৰচাৰিত আৰু সৰ্বাধিক প্ৰশংসিত এখন বোল ছবি আজি মুক্তি লাভ কৰিব। টিকটৰ কাৰণে হাহাকাৰ। জুমে জুমে মানুহ খাপ লৈ আছে যদি কোনোবাই টিকট ঘূৰাই দিবলৈ আহে যদি ব্লেকত টিকট বেচা গুণ্ডাবোৰে কৃপা কৰে। এই লৈ ঠায়ে ঠায়ে মাজে মাজে মানুহবোৰ উত্তেজিত হৈ উঠিছে। ঠায়ে ঠায়ে সৰু-সুৰা মাৰ-পিটো লাগি গৈছে। পুলিচৰ হুংকাৰ আৰু লাঠিৰ আস্ফালন চকুত পৰিছে।

তেজ-গোৰা মানুহজনেও টিকট বিচাৰিছে। কিন্তু টিকট নাই। কোনো দামবে টিকট নাই। হঠাতে সৰু লৰা এটাই তেওঁৰ কাষত বৈ ফুচফুচাই কলে, টিকট?

ওঁ। মানুহজনেও লাহেকৈ কলে।

লৰাটো তৎক্ষণাৎ উভটিল। মানুহজনেও তেওঁৰ লগৰীয়াজনৰ সৈতে তাৰ পাছ ললে। এশগজমান অহাৰ পাছত এটা গলীৰ মুৰত যুৱক এজনৰ ওচৰত লৰাটো বৈ দিলে। যুৱকজনক দেখিলে ধাৰণা হ'ব তেওঁ যেন বাটকৰাহে। এইবাটে যাওতে ঠাইতে ইমান মানুহ গোট খোৱা দেখি অবাক হৈ চাইছে। সৰু লৰাটোৱে মানুহজনলৈ চাই ইঙ্গিত কৰিলে। অৰ্থাৎ সি জনাই দিলে যে তেওঁৰ হাতত টিকট আছে।

মানুহজনে ডেকাজনক সুধিলৈ, টিকট আছে?

ডেকাজনে যেন এতিয়াহে মানুহজনক দেখিলে। সেই ধৰণে ভৰিৰপৰা মূৰলৈকে চাই ললে।

টপ্লাছ। পকাছ। ভুজন আছে।

এন। মানুহজনৰ পাছ[illegible]ৰপৰা এজনে কলে। মানুহজনে ঘূৰি চালে। দেখিলে তেওঁৰ দৰেই [illegible]-পাগ আৰু বেছ শকত-আৱত সম্ভ্ৰান্ত মানুহ তেওঁৰ পাছফালে [illegible] আছে। [illegible]বোৰ বেজব্ৰাচকবা। চকুত উৰং নীলা

কাচেৰে খেলৰ চচ্‌মা। বয়সত যুৱক। প্ৰথমজনে জেপৰপৰা মনিবেগ উলিয়াই তিনিখন এশটকীয়া নোট আগবঢাই দিলে টিকট বেচা ডেকাজনৰ ফালে।

ডেকাজনে তিনিশ টকা দেখি সেপ ঢুকিলে। খপকৈ জেপৰ-পৰা দুখন টিকট উলিয়াই দিলে আৰু নোট তিনিখন থাপ মাৰি লৈ আন্ধাৰত অদৃশ্য হৈ গ'ল। তিনিখন নোট দেখি তাৰ মুৰ ঘূৰাই গৈছিল। পাছত থকা মানুহজনে যে চাৰিখন নোট উলিযাইছিল সেইফালে সি হয়তো মনকে নকৰিলে। অথবা ভাবিলে বেছি লোভ কৰিলে লাভে-মূলে যাব।

টিকট পাই মানুহজনে নিজৰীৰ ইাহিৰে তেওঁৰ প্ৰতিদ্বন্দ্বীৰ ফালে চালে। এটা মুহূৰ্তৰ চোৰা-চুই। তৎক্ষণাৎ তেওঁ হলৰ ফালে খোজ ললে। তেওঁৰ পাছফালে চকু থকা হলে দেখিলহেঁতেন যে ক্লাচলাইটৰ দৰে দুটা অগ্নিশিখাই তেওঁক পাছে পাছে অনুসৰণ কৰিছে।

টিকট কিনা মানুহজন আৰু লগৰীজনো ইন্টাৰভেলত হলৰ পৰা ওলাই আহিল। বাহিৰত কিনকিনকৈ বৰষুণ পৰিছিল। এতিয়া আৰু ভিৰ নাই। মুকলি ৰাস্তা। ৰাস্তাৰ দাঁতিতে টেক্‌চি, অট' ৰিক্‌চা আৰু ৰিকচাৰ শাৰী। মানুহ দুজনে গৈ এখন অট'ৰিকচাত উঠিলে। অট'খন পানবজাৰৰ ফালে যাবলৈ ধৰিলে। চাৰ্চফিল্ডৰ কাষেদি নৈৰ ফালে গ'ল। ঘাটৰ ওচৰত অট'-খনক ৰখাই দিলে। অট' পাইলটজন আচৰিত হল।

বৰষুণ দিছে। তেওঁ কবলৈ বাধ্য হল।

বঢিয়া বতৰ। এনেকুৱা লুইতক দেখিছা কাহানিবা? মানুহজনে দহটকীয়া নোট এখন দি কলে।

ভউনী

নালাগে। আজিলৈ কাম শেষ কৰা। এনেকুৱা বতৰত ঘৰবো এটা আকৰ্ষণ আছে।

পাইলটজনে এবাৰ মূৰ খজুৱালে। অলপ বিমোৰ ভাব। কিন্তু তেওঁৰ যাত্ৰীদুজন তেতিয়া আঁতৰি গৈছে।

বলিয়া নেকি ? কথাখিনি হলে ঠিকেই কৈছে। এনেকুৱা বতৰত নোটখন মনিবেগৰ খাপত-ভৰাই ষ্টাৰ্ট দিলে। এবাৰ লুইতলৈ চালে। এবাৰ অন্য বাটটোলৈ চালে। বাটৰ বস্তিবোৰে যেন তেওঁলৈ চাই মিচিক-মাচাক হাঁহিছে। যেন কৈছে, কিহে ডেকা। আকৌ এইবাটে যাবা নেকি ? ঘৰত

নাযাওঁ। গাড়ীখন বিপৰীত ফালে ঘূৰালে। ঘৰে টানিছে তেওঁক।

বৰ্ষণমুখৰ ৰাতি সঁচাই অপূৰ্ব ৰূপৰ সঁফুৰা মেলি ধৰে লুইতে। কবিয়ে লুইতক বুঢ়া লুইত বুলি অভিহিত কৰিছে। নিশ্চয় তেওঁ বৰ্ষণমুখৰ ৰাতিৰ লুইতক দেখা নাই। দেখা নাই বিজুলীৰ পোহৰত যৌৱনমদী দুৰন্ত লুইতৰ চঞ্চল হাঁহি। ডাৱৰীয়া সঁজল আকাশৰ লগত লুইতৰ গোপন প্ৰণয়। বৰষুণৰ টোপালে টোপালে ৰণৰণিত হোৱা সুমধুৰ মিলন গীত। তমসাচ্ছন্ন লুইতৰ বুকুত উঠা সেই গীতে হৃদয় তন্ত্ৰিত তুলে অপূৰ্ব ঝঙ্কাৰ। এক অনাবিল আনন্দত মন চপচপীয়া হৈ উঠে। মাটিৰ পৰশৰপৰা উৰা মাৰে অনাদি অনন্ত আকাশৰ উদাৰ ব্যাপকতাৰ ফালে। বাধা নাই, বিঘিনি নাই, বেজাৰ নাই, শোক নাই, হিংসা নাই, বঞ্চনা নাই। সেই অনাবিল আনন্দৰ মাজত মগন হৈ পৰিছিল খামখেয়ালী মানুহজন। মগন হৈছিল তেওঁৰ সঙ্গীজনো। এওঁলোক বোধ কৰো স্বপ্নচাৰী।

কিন্তু পৃথিৱী বৰ নিষ্ঠুৰ। বৰ কপটীয়া। বৰ খিয়লীয়া। বাস্তৱৰ লগত পৃথিৱীৰ সম্পৰ্ক। সেয়ে মানুহক সুখত মগন হৈ থাকিবলৈ নিদিয়ে। নিৰ্মম ভ্ৰূকুটিৰে ছেদেলি-ভেদেলি কৰে সুখৰ সপোন, শান্তিৰ বিলাস।

স্বপ্নচাৰী দুজন যেতিয়া লুইতৰ পাৰত থিয় হৈ সুখত বিভোৰ, আকাশৰ উদাৰতাত শান্তিৰ ভেউকা মেলি বিচৰণ কৰি ফুৰিছে তেতিয়া পৃথিৱীৰ সেই নিষ্ঠুৰ বাস্তৱতাই অট্টহাস্য কৰি তেওঁলোকৰ খন্তেকীয়া সুখ আৰু শান্তিক নিৰ্মম আঘাত হানি খণ্ড খণ্ড কৰি দিলে।

তেওঁৰ পাছফালে বৈ অট্টহাস্য কৰিলে নিষ্ঠুৰ পৃথিৱীয়ে।

কোন? স্বপ্নচাৰীয়ে প্ৰশ্ন কৰিলে।

তোৰ যম।

ইমান দিন ধাৰণা আছিল যমৰজা স্বৰ্গতে বাস কৰে। কথাটো তেন্তে মিছা? হাঃ হাঃ হাঃ।

ই কি ধৰণৰ হাঁহি? এয়া অভিসাৰিণী সজল নিশাৰ ক্ৰোধ—নে মূঢ়মতি মানুহৰ ধৃষ্টতাত অতৃপ্ত-বাসনা প্ৰণয়ী লুইতৰ অভিসম্পাত। সেই হাঁহিৰ ভমকত মেদিনী কঁপিলে নেকি? সজল মেঘ জঠৰ হৈ পৰিল নেকি? লুইতে ৰবলৈ এৰিলে নেকি? এটা ভীষণ ভয়ানক নিস্তব্ধতাই যেন বিশ্ব-ব্ৰহ্মাণ্ডক গ্ৰাস কৰি পেলালে।

নহয়। সেয়া মনৰ ভুল। আকস্মিকতাৰ ভমক।

মই তোৰ কাৰণেই আকাশৰ পৰা নামি আহিছো, মূৰ্খ। মোক অপমান কৰাৰ পুৰস্কাৰ ল। সেই মুহূৰ্ততে বিজুলীৰ একা-বেঁকা ৰেখা এডালে ক'লা ডাৱৰৰ বুকু ভেদি আদিগন্ত পৃথিৱীক পোহৰাই পেলালে। স্বপ্নদ্ৰষ্টাই দেখিলে তেওঁৰ বুকু খিয়াই খেদি আহিছে এখন শাণিত ছুৰী। বিজুলীৰ পোহৰত দেখিলে তাৰ দীঘল জিভাখন কেঁচা তেজৰ লালসাত লোলুপ। এটা ক্ষুদ্ৰ মুহূৰ্ত। পাছৰ মুহূৰ্ততে দুখন হাতত ভেলেকী খেলি গ'ল। সেই নিশা হয়তো কাচাৰী ঘাটৰ খটখটীত দুটোপাল তেজৰ চেকা লাগিছিল। দুটা আহত কণ্ঠৰ পৰা ওলাই অহা কাতৰ ধ্বনিয়ে বিৰহী-নিশাৰ বুকুত ক্ষুদ্ৰ এটি কঁপনি তুলিছিল। অতৃপ্ত লুইতৰ বিক্ষুব্ধ হিয়াৰ তৰঙ্গ শিখৰত নতজানু হৈ প্ৰণতি জনাইছিল।

কিন্তু স্বপ্নদ্ৰষ্টাৰ স্বপ্ন ভঙ্গ হ'ল।

## 'নিষাদ'ৰ শত্ৰু কোন?

আমি এইবাৰ এনেকুৱা এটা কক্ষত প্ৰবেশ কৰিম যাৰ লগত ওপৰৰ পৃথিৱীৰ কোনো সম্পৰ্ক নাই। পৃথিৱীৰ জীৱন স্মৃতিৰ পৰা বিচ্ছিন্ন পাতাল গৰ্ভত লুকাই আছে সেই কক্ষটো।

শাৰী শাৰী চকী পতা আছে। সমুখত এটা মঞ্চ। কৰ্টৰ এজলাচৰ দৰে মঞ্চটো ক'লা কাপোৰেৰে কঁকাল সমানকৈ বেৰি থোৱা। মঞ্চৰ ওপৰত এখন টেবুল। টেবুলৰ কাষত দুখন চকী। টেবুলৰ ওপৰত এটা মাইক্রো-ফোন। পটভূমি হিচাপে পাছফালে তৰা আছে এখন পৰ্দা। পৰ্দাখন সোঁমাজত দুভাগ। পৰ্দাৰ দুটা খণ্ডত বগা ৰঙেৰে অঁকা দুজনী মৰা বগলী। একোডাল কাঁড় সিহঁতৰ বুকুত বিন্ধি আছে। তেজেৰে ৰাঙলী হৈ পৰিছে বুকুৰ বগা পাখিবোৰ।

এতিয়া চিনেমাৰ শেষ শো ভাগিছে। মাজনিশাৰ নিজান ৰাস্তাবোৰ দৰ্শনাৰ্থীৰ কোলাহলত মুখৰ হৈ উঠিছে। আকাশত ডাৱৰ। মাটি সেমেকা। ঘৰাঘৰি যোৱাৰ ব্যস্ততা।

সেই সময়তে চহৰৰ সীমাৰ বাহিৰত এটা তিনিমহলীয়া ঘৰৰ আগত দুখন টেক্চি বৈ দিলে। টেক্চিৰ পৰা আঠজন নাৰী-পুৰুষ নামি ভিতৰলৈ সোমাই গল। তাৰ পাছতো টেক্চিবোৰে আৰু তিনিখেপ মানুহ নমাই থৈ গ'ল। কোনোবাই মন কৰা হলে দেখিলেহেঁতেন প্রতি খেপৰে টেক্চিৰ নম্বৰবোৰ বেলেগ হলেও ড্ৰাইভাৰ কিন্তু বেলেগ নাছিল। কিন্তু চহৰ বৰ ব্যস্ত। সেই বোৰ খুঁটিনাটি বিচাৰ কৰাৰ সময় নাই কাৰো। প্ৰয়োজনেই বা কি?

আৰু এঘণ্টাৰ পাছত মানুহবোৰ পাতাল ঘৰত প্ৰবেশ কৰিলে। প্ৰত্যেকৰে মুখ গম্ভীৰ। যেন মন্দিৰত দেৱতা দৰ্শন কৰিবলৈ গৈছে। শাৰী শাৰী চকীবোৰত শাৰী শাৰী মানুহ। মূৰৰ ওপৰত অদৃশ্য বস্তিবোৰে খীণ পোহৰ বিলাইছে। ইমান খীণ যে সেই পোহৰত মানুহ চিনিব নোৱাৰি। ক'ৰবাত এটা মৃদু সুৰ বাজিছে। সুৰধ্বনিয়ে এটা গহীন পৰিৱেশ সৃষ্টি কৰিছে। মানুহবোৰক কাঠৰ পুতলা যেন দেখাইছে। তেওঁলোকে কথা পতা নাই। আনকি লৰচৰো কৰা নাই।

মঞ্চ এতিয়া শূন্য। অকল পাছফালৰ পৰ্দাখন। হঠাতে সুৰটো নাইকিয়া হল। চৰম নিস্তব্ধতা নামি আহিল। আৰু কেইটামান মিনিট বাগৰি গ'ল।

ট্ৰং টুংকৈ এটা সংকেতধ্বনি হ'ল। বহি থকা মানুহবোৰৰ মাজত থস্তেকৰ কাৰণে চাঞ্চল্য দেখা দিলে। কাঠৰ পুতলাবোৰক যেন কোনোবাই লৰাই দিলে। কিন্তু সেয়া মুহূৰ্তৰ কাৰণে। আকৌ থিৰ হৈ পৰিল।

ক'লা পৰ্দাখনত এটা কঁপনি উঠিল। সেই কঁপনিৰ ফলত পৰ্দাৰ গাত অঁকা বগলী ভুজনীয়ে যেন প্ৰাণ পালে। ছয়া-ময়া পোহৰত ধাৰণা হ'ল চৰাই ভুজনীয়ে যেন উৰা মাৰিবলৈ চেষ্টা কৰিছে। কিন্তু সেয়াও এটা মুহূৰ্ত। তাৰ-পাছত পৰ্দা দুখন দুফালে আঁতৰি গ'ল। মঞ্চৰ ওপৰত থকা পোহৰখিনিও অদৃশ্য হ'ল। ঘোৰ আন্ধাৰত বুৰ গ'ল মঞ্চটো।

হঠাতে তলফালৰপৰা এটা ঈষৎ-নীলা পোহৰ উঠি আহিল। সেই পোহৰো ক্ষীণ। কিন্তু কেন্দ্ৰীভূত। সেই পোহৰৰ মাজত থিয় হৈ থকা দেখা গ'ল এটা বগা মূৰ্তি। মনুষ্য মূৰ্তি। মুখৰ আভাস বুজা গৈছে। কিন্তু স্পষ্ট নহয়। চকুবোৰ অদৃশ্য। ডাঠ ক'লা আচ্ছাদনেৰে ঢকা। মূৰ্তিটো স্পষ্ট হোৱাৰ লগে লগে বহি থকা মানুহবোৰ থিয় হ'ল। মূৰ দোঁৱালে। ছায়া-মূৰ্তিটোৱে হাত এখন সমান্তৰালভাৱে প্ৰসাৰিত কৰি নিৰৱ অভিবাদন গ্ৰহণ কৰিলে। সভাঘৰ নিস্তব্ধ। ক'তো কোনো শব্দ নাই। আনকি মানুহবোৰৰ নিঃশ্বাসৰ শব্দও হোৱা নাই। মূৰ্তিটোৱে মূৰ জোকাৰি এটা ইঙ্গিত কৰিলে। মানুহবোৰ বহি পৰিল। মূৰ্তিটো কিন্তু থিয় হৈয়ে ৰ'ল। তাৰ পাছত আৰু এটা মূৰ্তি আহি থিয় হ'ল প্ৰথমটোৰ পাছফালে। প্ৰথম মূৰ্তিটো তেতিয়া বহি পৰিল। এইবাৰ তেওঁৰ মুখখন আৰু অলপ পৰিস্কাৰ হ'ল। মুখৰ কমনীয়তা আৰু বব-কাট চুলিৰপৰা বুজা গ'ল যে তেওঁ নাৰী। তেওঁৰ দৃষ্টি সমুখলৈ। কিন্তু অলৰ। তেওঁৰ শৰীৰৰ কোনো অংশই লৰচৰ কৰা নাই। যেন শিলৰ মূৰ্তি।

পাছফালে থকা মানুহজন এইবাৰ সমুখলৈ আহিল। মূৰ দোঁৱাই অভি-বাদন কৰিলে মহিলাক। তাৰ পাছত সমুখলৈ চালে। মাইকৰ ওচৰলৈ চাপি আহিল।

মৰমৰ সহকৰ্মীসকল, আমাৰ মহান নেত্ৰীৰ আদেশত আপোনালোক ইয়াত উপস্থিত হৈছে। আপোনালোকৰ বুদ্ধি, ধৈৰ্য্য আৰু সাহসৰ দ্বাৰা আমাৰ মহান নেত্ৰীৰ নিৰ্দেশিত দুটা অপাৰেচন অতি সাফল্যেৰে সমাধা কৰাৰ বাবে আমাৰ মহান নেত্ৰীয়ে আপোনালোকক ধন্যবাদ জনাইছে, বক্তাই এইবুলি ক'ল। লগে লগে সমবেত নৰ-নাৰীয়ে উঠি আকৌ অভিবাদন জনালে। এইবাৰ মৌমাখিৰ গুনগুননিৰ দৰে এটা গুঞ্জন ধ্বনি উঠিল। কিন্তু লগে লগে মাৰ গ'ল। মানুহবোৰ আকৌ বহি পৰিল। আকৌ নিস্তব্ধতা বিৰাজ কৰিবলৈ ধৰিলে।

বন্ধুসকল, বক্তাৰ গলগলীয়া মাতটো আকৌ ৰঙনজনাই গল। আজি আপোনালোকক ইয়াত উপস্থিত হবলৈ আমাৰ মহান নেত্ৰীয়ে আদেশ দিছিল। আপোনালোক সেই অনুসৰি ইয়াত উপস্থিত হৈছে। আপোনালোকে জানে আমাৰ মহান নেত্ৰীৰ বিৰুদ্ধে আমাৰ দেশৰ পুলিচ বাহিনীয়ে বাৰে বাৰে যুদ্ধ ঘোষণা কৰিছে। সিহঁতে বাৰে বাৰে পৰাজয় বৰণ কৰি লৈছে। এই ৰাজ্যতো পুলিচে পৰাজয় বৰণ কৰিছে। আমি অতীততো পুলিচলৈ ভয় কৰা নাই। ভৱিষ্যতেও ভয় কৰিবলগীয়া একো নাই। কিন্তু আজি পৰিস্থিতিৰ অলপ পৰিবৰ্তন ঘটিছে। আমাৰ বিৰুদ্ধে এক মায়াৱী দস্যুই যুদ্ধ ঘোষণা কৰিছে। আপোনালোকে জানিব পাৰিছে যে কালি নিশা আমাৰ দুজন সহকৰ্মী সেই মায়াৱী দস্যুৰ কৱলত পৰি আহত হৈছে। অৱশ্যে আঘাত মাৰাত্মক নহয়। কিন্তু তেওঁলোকৰ মুখত দস্যুটোৱে যি প্ৰতীক চিহ্ন আঁকি দিছে সেই চিহ্ন মচ যোৱা নাই। হয়তো অপাৰেচন কৰি সেই চিহ্ন তুলিব লাগিব। বন্ধুসকল, এতিয়া কথা হল এই দস্যুক, যি নিজকে দস্যু ভাস্কৰ বুলি যহায়, তাক ধ্বংস কৰিব নোৱাৰিলে আমাৰ কাম-কাজত অসুবিধাৰ সৃষ্টি হব।

আমি তাক ধ্বংস কৰিম। সমবেত মাইজ গুঞ্জৰি উঠিল।

নিশ্চয়। আমি তাক ধ্বংস কৰিম। কৰিবই লাগিব। আমাৰ মহান

নেত্ৰীৰ সেয়াই নিৰ্দেশ। কিন্তু বন্ধুসকল, আমি তাক চিনি নাপাওঁ। তাৰ কোনো ছবি বা ফটো নাই। আপোনালোকৰ বহুতেই এই ৰাজ্যৰে মানুহ। আপোনালোকৰ কোনোবাই তাক দেখিছেনে? বক্তাই প্ৰশ্ন কৰিলে।

বাইজৰ মাজৰপৰা ছ'জন থিয় হল। প্ৰত্যেকেই কলে যে তেওঁ দস্যু ভাস্কৰক দেখিছে।

উত্তম। আপোনালোক এজন এজনকৈ মঞ্চৰ ওচৰলৈ আহি তাৰ চেহেৰাৰ বৰ্ণনা দিয়ক।

এজন মানুহ মঞ্চৰ ফালে গ'ল। অভিবাদন জনালে।

কওকচোন কেনেকুৱা তাৰ চেহেৰা?

প্ৰায় পাঁচ ফুট ওখ। শকত-আৱত। চুলিবোৰ মাজতে সৈঁতা কৰা। মুখখন কুৎচ। গালত এটা কটা চিন। ঘনাই থু পেলায়।

কিমান দূৰৰ পৰা দেখিছে?

একেবাৰে ওচৰৰপৰা। এবাৰ সি মোক দাঙি ব্ৰহ্মপুত্ৰৰ পানীত দলিয়াই পেলাইছিল।

ঠিক আছে, আপুনি বহকগৈ। দ্বিতীয়জন আহক।

আন এজন মঞ্চৰ ওচৰত উপস্থিত হল।

আপুনি দেখিছে ·

হয় চাৰ।

বৰ্ণাওকচোন।

চুটি-চাপৰ। গাঁঠলু চেহেৰাৰ মানুহ। মুখখন বৰ বেয়া। নিলাজ নিলাজ কথাৰে গালি পাৰে। গাত হাতীৰ বল। দেখিবলৈ ভয়ানী।

কিমান দূৰৰপৰা দেখিছিলে?

তেনেই ওচৰৰপৰা। এবাৰ এটা কেচত মোক ইমান জোৰে থেকেচা মাৰিছিলে যে তিনিমাহ বিছনাত পৰি আছিলো।

আপুনি যা'ক। তৃতীয়জন আহক।

তৃতীয়জন আহিল।

আপুনি কিমান দূৰৰপৰা দেখিছে ?

বেষ্টোৰাত মুখামুখি বহি চাহ খাইছিলো।

বেচ। আপুনি কেনেকুৱা দেখিছিলে কওক।

সাধাৰণ ওখ। ডেকা বয়স। শুৱনী চেহেৰা। মুখত সদায় হাঁহি। অমায়িক কথা-বতৰা। খুব ধনী মানুহ।

এই দৰে ছয়োজনে জবানবন্দী দিলে। কিন্তু কাৰো লগত কাৰো বৰ্ণনা নিমিলিল।

বন্ধুসকল, এই জবানবন্দীবোৰৰ পৰাই বুজিব পাৰিছে যে দস্যুটোৰ আচল চেহেৰা কোনেও দেখা নাই। কোনেও নাজানে তাৰ বয়স কিমান। সেইবাবে কোনো জগৰীয়া নহয়। এইটোৱেই তাৰ বিশেষত্ব। সি খিতাতে ভেশছন ধৰিব পাৰে। স্বভাব-চৰিত্ৰও ততালিকে সলনি কৰি পেলায়। সমস্যা এইখিনিতে।

বন্ধুসকল, আমি ভাবিছিলো সি আমাৰ এই পবিত্ৰ অপাৰেচনত মকা-বধা নকৰিব। কিন্তু আমাৰ আশা ব্যৰ্থ হল। সি আমাৰ মহান নেত্ৰীৰ বিৰুদ্ধে অৱতীৰ্ণ হৈছে। আমাৰ মহান নেত্ৰীয়ে কোনো প্ৰতিদ্বন্দ্বীক মাৰ্জনা নকৰে। কোনোবাই শত্ৰুতা কৰিলে তাক সমূলি ধ্বংস কৰাই আমাৰ মহান নেত্ৰীৰ নীতি। এতেকে বৰ্তমানে সেই মায়াবী দস্যুটোক বিচাৰি উলিওৱাৰ কামত সকলোৱে দেহে-কেহে লাগিবইক। আমাৰ মহান নেত্ৰীয়ে আশা কৰে যে সেই ঘৃণ্য দস্যুটোৰ ওচৰত কোনেও আত্মসমৰ্পণ নকৰিব। কোনেও আমাৰ এই গোপন ঘাটিৰ কথা প্ৰকাশ নকৰিব। আমাৰ মহান নেত্ৰীয়ে এই কথাও জনাই দিবৰ আদেশ দিছে যে যি এই দস্যুটোক বন্দী বা হত্যা কৰিব পাৰিব তাকে দহ হেজাৰ টকা নগদ পুৰস্কাৰ দিয়া হব।

গতিকে আপোনালোকে বৰ্তমানে ইয়াকে জানিব যে আমাৰ এক নম্বৰ শত্ৰু হল দস্যু ভাস্কৰ। তাকে ভাবি কাম কৰিব। এইবুলি বক্তাজনে তেওঁৰ ভাষণ

শেষ কৰিলে। দস্যু নেত্ৰী গৰাকীয়ে থিয় হৈ কলে, 'জয়-নিষাদ'। তৎক্ষণাৎ বাইজো থিয় হৈ সেই দুটা শব্দ দোহাৰিলে। নেত্ৰীৰ মুখত অপৰূপ হাঁহি এটা বিৰিঙি উঠিল। তেওঁ মাত্ৰ সেই দুটা শব্দ উচ্চাৰণ কৰিলেও সেই সেই শব্দত যেন যাদু আছিল। মানুহবোৰ ৰোমাঞ্চিত হল। সেই ৰোমাঞ্চিত অৱস্থাত সিহঁতে বুজিবও নোৱাৰিলে কেতিয়া মঞ্চ আন্ধাৰ হল। ছায়া মূৰ্তিবোৰ অদৃশ্য হল। গোট খোৱা মানুহবোৰো নিঃশব্দে ওলাই গ'ল।

চহৰৰ দাঁতি-কাষৰীয়াত যে এনেকুৱা এখন গোপন সভা হৈ গ'ল সেই কথা পুলিচে গম নাপালেও এজনৰ চকুত সন্দেহৰ ছাঁ পেলালে।

সেই কথা পাছত। ইতিমধ্যে আমি আকৌ ৰাজঘৰীয়াৰ প্ৰসঙ্গলৈ ঘূৰি যাব লাগীয়া হল।

সিদিনা ৰিভাৰভিউ হোটেলত মিঃ আৰু মিছেছ ভাবাৰ পদাৰ্পণৰ পৰাই ঘটনাই জটিল আকাৰ ধাৰণ কৰিলে। ঘটনা পকি উঠিল কাছাৰীঘাটত।

কাছাৰীঘাটৰ সেই স্বপ্নদ্ৰষ্টা আৰু তেওঁৰ সঙ্গীজনৰ চিনাকি পোৱা গ'ল 'নিষাদ' দলৰ সভাৰ বিৱৰণৰ পৰা।

ভাস্কৰ এই ঘটনাৰ কাৰণে মুঠেই সাজু নাছিল। এই সময়ত আত্মপৰিচয় প্ৰকাশ কৰাৰ ইচ্ছাও নাছিল। কিন্তু পৰিস্থিতিয়ে প্ৰকাশ কৰাই দিলে। জীৱন যেতিয়া বিপন্ন হয় তেতিয়া আগ-পাছ গুণিবলৈ সত নাথাকে। চল নাপায়।

সি মানুহ দুটাক হব খুৱাই পঠিয়াবলৈ বিচাৰিছিল। কিন্তু আঘাত অলপ বেছি হৈ পৰিছিল। কোনোবা এটাৰ নাকত আঘাতৰ ফলত তেজ ওলাই গৈছিল। সেই তেজ খটখটীত পৰিছিল। তথাপি তাক সহ্য কৰাৰ শক্তি আছিল তাৰ। দুইটাই আছিল শক্তিশালী। ভাস্কৰৰ আঘাতৰপৰা সিহঁতে এই কথা বুজিব পাৰিছিল যে এই মানুহটো চহকী ঘৰৰ আলসুৱা চৌখিন হিপ্পী নহয়। কিন্তু কোন সেই কথাও ততালিকে ঠাৱৰ কৰিব নোৱাৰিলে। তেনে অৱস্থাত পলাই যোৱাই উচিৎ বিবেচনা কৰিলে। তাৰ ফলত চহৰত দস্যু ভাস্কৰৰ উপস্থিতিৰ কথা সিহঁতে জানি গ'ল।

'নিষাদে' হত্যা কৰিয়েই পলাই পত্রং দিয়া নাছিল। নিদিয়াৰ কাৰণ আছিল সিহঁতৰ শক্তিশালী সংগঠন, বৈজ্ঞানিক জ্ঞান আৰু প্রবল আত্মবিশ্বাস। সেই কাৰণে ঘটনাথলীৰ ওপৰত সিহঁতে চোকা দৃষ্টি ৰাখিছিল। অমিতেশক লগ ধৰিবলৈ অহা মানুহবোৰ আলেথলেথ চাইছিল। চহকীৰ ঘৰলৈ এনেকুৱাবোৰ ঘটনাত সহানুভূতি জনাবলৈ চহকী মানুহেই আহে। চহকী আৰু নামী মানুহবোৰক 'নিষাদ'ত থকা থলুৱা কৰ্মীবোৰে চিনি পায়। কিন্তু জয়পাল ৰাজখোৱা একেবাৰে অচিনাকী মানুহ। তাৰ উপৰি সিহঁতে যেতিয়া দেখিলে যে ৰাজখোৱাক অমিতেশৰ কোঠালীলৈ নৈ যোৱা হল তেতিয়া ৰাজখোৱাৰ ওপৰত সিহঁতৰ সন্দেহ উপজিল। সিহঁতে ৰাজখোৱাক অনুসৰণ কৰিলে। হোটেলৰ পদূলিমুখলৈকে তেওঁক অনুসৰণ কৰিলে। ৰাজখোৱাৰ চেহেৰাত কোনো সাল-সলনি নেদেখিলে। কিন্তু সিহঁতৰ টেক্‌চিখন পাৰ হৈ যোৱাৰ পাছত ৰাজখোৱাই যেতিয়া গাড়ীৰপৰা নামিলে তেতিয়া তেওঁৰ চকুত চচমা নাছিল। মুখত নাছিল পাইপ। টাইডালো সোলোকাই থৈছিল। গাড়ীখনো গুচি গৈছিল। কাৰণ গাড়ীখন আছিল উজনি অসমৰ এখন চাহ বাগিচাৰ মেনেজাৰৰ। গাড়ীখনত বিজুতি দেখা দিয়াত মেৰামতিৰ কাৰণে বোম্বৰ গেৰেজত দিছিল। নম্বৰ প্লেট সলাই সেই গাড়ীখনকে ৰাজখোৱারূপী ভাস্কৰে ব্যৱহাৰ কৰিছিল। গতিকে ৰিভাৰ ভিউ হোটেলৰ মেনেজাৰ বিলমুৰিয়াই যিজন মানুহক দেখিছিল তেওঁৰ লগত নিশা ৰাজখোৱাক বিচাৰি-অহা মানুহজনে দিয়া বৰ্ণনাৰ লগত মিল নাখালে। কিন্তু 'নিষাদে' সেই কথা বিশ্বাস নকৰিলে। সিহঁতে কেউফালে চোৰাংচোৱা মেলি দিলে। তেনেকুৱা এযোৰা চোৰাংচোৱাৰ লগতে চিনেমাহলৰ ওচৰত ভেটাভেটী হল ভাস্কৰৰ।

সিহঁতৰ চকুত ধূলি দিবৰ কাৰণেই ভাস্কৰে হোটেলত নামিছিলে। ধূলি দিলে সঁচা। কিন্তু লগে লগে সন্দেহো জগাই দিলে। বিশেষকৈ নিশা যেতিয়া জানিব পাৰিলে যে সিহঁতে বৰ্ণনা দিয়া বা ৰাজখোৱা নামৰ কোনো

মানুহ হোটেলত নাই তেতিয়া 'নিষাদে' নিশ্চিতকৈ বুজিলে যে এই ৰাজঘৰীয়া সঁচা ৰাজঘৰীয়া নহয়। সেই কাৰণে সিহঁতে হোটেলত চোকা দৃষ্টি ৰাখিলে।

ভাস্কৰেও সেই কাৰণেই হোটেলত থাকিবলৈ মন কৰিলে। কাৰণ সি বুজিলে যে এই হোটেলতে 'নিষাদ'ৰ লগত দেখাদেখি হব। সি কাছাৰীঘাটৰ ঘটনাৰ পাছদিনা হোটেলত আশ্ৰয় ললে। হোটেলত তাৰ নাম হল ৰণবীৰ সিং।

## বিয়াজৰ পাছে পাছে 'নিষাদ'

বিয়াজে নিজকে লুকুৱাব নোৱাৰিলে।

তাৰেই ভুল অৱশ্যে। এই ভুলটো সি কৰিব নালাগিছিল।

সঁচা। ভুল নকৰাই ভাল। কিন্তু কোনেও স্বইচ্ছাৰে ভুল কৰে জানো? মানুহতো বাদেই চৰাই-চিৰিকতি, জীৱ-জন্তুৱেও জানি-শুনি ভুল নকৰে। এনেয়ে ভুল হৈ যায়। বিয়াজৰো হৈ গ'ল।

'নিষাদে' ভাস্কৰৰ বিৰুদ্ধে যেতিয়া যুদ্ধ ঘোষণা কৰিলে তাৰ আগতে ভাস্কৰে সিহঁতৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি থৈছিল। সি তাৰ সহকৰ্মীবোৰক চহৰৰ বাটে-বাটে মেলি দিছিল। সিহঁতে হোটেলে হোটেলে, ৰেস্তোৰাঁই ৰেস্তোৰাঁই, দোকানে-বজাৰে, আনকি ঘৰে ঘৰে চকু ৰাখি ফুৰিছিল। সেই মতে চকু ৰাখোতেই হঠাতে ঘৰটোৰ ওপৰত সন্দেহ হল। সন্দেহ অৱশ্যে এনেয়ে হোৱা নাছিল। সেইফালে আহোতে হঠাতে সি দেখিলে দুখন টেক্সিৰ পৰা কিছুমান নাৰী-পুৰুষ নামিল। অথচ তেতিয়াও ঘৰ-সজাৰ কাম শেষ হোৱা নাই। আনকালেও সি এইবাটে অহা-যোৱা কৰিছে। ঘৰটোৰ আকাৰ-আকৃতি ইমান প্ৰকাণ্ড যে যি কোনো পথিকৰে কৌতূহলী দৃষ্টি আকৰ্ষণ কৰে। কবলৈ গলে ঘৰটো তাৰ চিনাকি। তেনেকুৱা এটা আধা-সজা ঘৰত এই নিশা ইমানবোৰ মানুহ কিয়? বিশেষকৈ তিৰোতা-

সকল। সি আঁৰ লৈ বৈ গ'ল। তাৰ পাছত একেকিখন টেক্চিয়ে আৰু মানুহ কঢ়িয়াই আনিলে। সি মন কৰিলে যে প্ৰতিবাৰেই একেকিখন টেক্চি আৰু একেকিজন ড্ৰাইভাৰেই আহিছে। কিন্তু প্ৰতিবাৰতে টেক্চিখনৰ নম্বৰ হৈছে বেলেগ বেলেগ। তাৰ সন্দেহ গহীন হ'ল। সি কিবা এক অজান আশাৰ ছলনাত ভুল গৈ বৈ থাকিল আৰু মহৰ ৰেচন যোগাবলৈ ধৰিলে। বৰ মহ। ইমান মহ আৰু সিহঁতৰ যিহে বিয়াগোম বিয়াগোম চেহেৰা সিহঁতৰ মাজত একতা থকা হলে বিয়াজক কোনোবা নিৰাপদ ঠাইলৈ উৰুৱাই নি হেপাহ পলুৱাই ভোজ খাব পাৰিলেহেঁতেন।

সময় বাগৰি যাবলৈ ধৰিলে। 'নিষাদ'বো চকু আছে।

ইয়াত যে 'নিষাদ' আছে আৰু 'নিষাদে' যে চকু ৰাখিছে বিয়াজে সেই কথা পলমকৈ গম পালে। অৱশ্যে নিষাদেও পলমকৈয়ে গম পাইছিল। এই পলম সিহঁতৰ বুদ্ধিৰ দোষতে।

কি দৰ্কাৰ আছিল সিহঁতৰ আগত ওলাই দিয়াৰ ?

দৰ্কাৰ নথকাও নহয়। মানুহবোৰ কোন ? কিয় ইয়াত গোট খাইছে সেইটো জনা দৰ্কাৰ। এঘণ্টা মহক আহাৰ যোগাই খাপ দি থকাৰ কাৰণো সেইটোৱেই।

এঘণ্টাৰ পাছত এজন-দুজনকৈ মানুহবোৰ ওলাই আহিল। এনেকুৱা ভাব কৰি ওলাই আহিল যেন সিহঁতে ভোজ খাইহে আহিছে। সি তেনেকুৱা এযোৰা মানুহৰে পাছ ললে। এহাল ডেকা-গাভৰু। সিহঁতৰ আও-ভাও দেখি ধাৰণা হয় সিহঁত স্বামী-স্ত্ৰী। কথা- বতৰাৰ ফিৰিঙতি যি দুই-এটা উফৰি আহিছিল তাৰপৰা সি তেনেকুৱাই এটা অনুমান কৰি লৈছিল। তেনেকুৱাতে তাৰ কাণত পৰিল এটা কথা—এইবাৰ 'নিষাদ'ৰ হাতত দস্যু ভাস্কৰৰ নিধন। পুৰুষজনে কলে।

নিধন হলেও তোমাৰ ছিগা কাণখন জানো জোৰা লাগিব ? তিৰোতা-জনীয়ে কলে।

সিমানেই যথেষ্ট আছিল। বিয়াজৰ ওচৰত ৰহস্যটো সিমানতেই চটকটীয়াক ওলাই পৰিছিল। কিন্তু তাৰ লোভ হল।

পৃথিৱীত 'লোভ' বোলা বস্তুটো প্ৰধান অমঙ্গলীয়া বস্তু। ইয়াতকৈ অমঙ্গলীয়া বস্তু আৰু একো নাই। অথচ ইয়াৰে আদৰ সবাতোকৈ বেছি। লোভৰ কবলত পৰিলে মানুহৰ হিতাহিত জ্ঞান লোপ পায়। ধৰি লয় তেওঁৰ লোভৰ কথা কোনেও নুবুজে। লোভত পৰি কৰা কাম কোনেও নেদেখে। বিয়াজৰো হল সেই অৱস্থা। কাণছিগা মানুহটোৰ মুখখন চাবৰ কাৰণে তাৰ ধৰ লোভ হল। সেই লোভৰ বহতীয়া হৈয়ে সি এটা ঘটনা কৰি পেলালে।

মানুহহাল যেতিয়া এটা লেমপষ্টৰ ওচৰ চাপিল আৰু পোহৰৰ মাজত ভৰি দিলে সেই মুহূৰ্ততে সি উজুটি খাই মানুহটোৰ গাত পৰি গ'ল। মানুহটোৱে ভৰ খাই ঘূৰি চালে। বিয়াজে তাক দেখিলে। গাভৰুকো দেখিলে। কিন্তু কাকো চিনি নাপালে। সি সিহঁতৰ ওচৰত ক্ষমা বিচাৰিলে। ৰাস্তাৰ এনে দৈন্যদশাৰ কাৰণে পৌৰ নিগমক গৰিহণা দিলে। শপত খাই কলে যে এই দুৰ্ঘটনাত তাৰ শৰীৰৰ কৰবাত যদি আঁচোৰ এটাও পৰিছে তেন্তে সি পৌৰ-নিগমৰ বিৰুদ্ধে আদালতত গোচৰ তৰিব। তেতিয়া যেন তেওঁলোকে সাক্ষী দিয়ে তাৰ বাবেও গোহাৰি জনালে।

এই ক্ষমা প্ৰাৰ্থনাই আৰু পৌৰ নিগমক দিয়া গৰিহণাই বা মোকৰ্দমা তৰাৰ সঙ্কল্পই সিহঁতক ভূককিয়াব নোৱাৰিলে। অপৰাধীৰ মন সদায়ে সন্দিহান।

এই ঘটনাৰপৰা বিয়াজৰ উপৰঞ্চি লাভ একো নহল। বৰং সি নিজৰ বিপদহে চপাই ললে।

সিহঁতৰ পাছে পাছে অহা মানুহ এটা্ই ঘটনাটো মন কৰিলে। মন কৰিলে তাৰো পাছে পাছে অহা মানুহবোৰেও। এজনে তাক অনুসৰণ কৰিলে।

বিয়াজ যেতিয়া ৰিভাৰভিউ হোটেলত সোমালে তেতিয়া মানুহটো থমকি ৰ'ল। তাৰ ওপৰত চকু ৰখাৰ দায়িত্ব আন এটাক গতাই সি গুচি গ'ল। ৰিভাৰভিউ হোটেলত চকু ৰাখিছিল সেইজনে।

বিয়াজ এই হোটেলতে আছে। ইয়াত তাৰ নাম মোহন দ্বিবেদী। উত্তৰ প্ৰদেশৰ এজন জমিদাৰৰ বিলাসী পুত্ৰ।

সি তৎক্ষণাৎ ঘটনাটো ভাস্কৰক জনালে। সি এই কথা নজনালে যে তাক এটা মানুহে অনুসৰণ কৰিছিল। সে কথা সি নিজেও জনা নাছিল। তথাপি সেই সম্ভাৱনাৰ কথা ভাস্কৰে অনুমান কৰি ললে। সি বিয়াজৰ কাৰণে চিন্তিত হৈ পৰিল। তাৰ চকুৰ আগত ভাহি উঠিল হাতীদাঁতৰ নাল লগা এখন ছুৰী। সি বিয়াজক হোটেলৰপৰা গুচি যাবলৈ নিৰ্দেশ দিলে।

## আশাৰ বেঙুণী

অজিতেশ বৰুৱা আৰু হৰিকিষণ ভালুকাৰ হত্যাকাণ্ডৰ ৰহস্য উদ্ঘাটন কৰিবলৈ কিৰীটি শইকীয়াই যে আন্তৰিকতাৰে চেষ্টা কৰিছে তাত কোনো সন্দেহ নাই।

দিনবোৰ গৈ আছে। ৰহস্য কিন্তু অলপো লৰচৰ হোৱা নাই। য'ত আছিলে ত'তেই খোপনি পুতি বৈ আছে। ইফালে ৰাজ্য আৰু কেন্দ্ৰৰ তৰফৰপৰা দিনৌ তাগিদা আহিব লাগিছে—কিমানদূৰ আগ বঢ়া গৈছে ৰিপৰ্ট দিয়া। দৰকাৰ হলে জনোৱা আমি ইয়াৰপৰা অভিজ্ঞ অফিচাৰ পঠিয়াম।

কিৰীটি শইকীয়াই সকলো সহ্য কৰিব পাৰে। নোৱাৰে মাথোন অভিজ্ঞতাৰ শানী-ফুটনি। তেওঁ দিল্লীত থাকি আহিছে। অভিজ্ঞ লোক কিজনক চিনিবলৈ বাকী নাই। কোনোবাই অভিজ্ঞতাৰ কথা যেন তেওঁৰ আগত মহাবলৈ নাহে। কিৰীটি শইকীয়াই বহুত ঘাটৰ পানী খাই থৈছে। সেই কথাকে কৈছিল বিকাশ বৰুৱাৰ আগত।

ঘটনাৰ গঢ়-গতিলৈ চাই বিকাশ বৰুৱা হতাশ হৈ পৰিছে। দুটাকৈ নৃশংস হত্যাকাণ্ডৰ হত্যাকাৰীৰ কোনো অস্তিত্বকে আৱিষ্কাৰ কৰিব পৰা নগ'ল। ধৰাৰ কথাতো দূৰৈতে। 'নিষাদ' যদি দস্যু ভাস্কৰ হয় তেতিয়াহলে

গাত সাৱটি বহি থকাৰ বাহিৰে কোনো উপায় আছে বুলি তেওঁ বিশ্বাস নকৰে। তেহেলে কিৰীটি শইকীয়াই যিমানেই ভাংকোপ নামাবাক লাগিলে।

আবেলি এটা টেলেক্স বতৰা পাই বিকাশ বৰুৱা বৰ বিচলিত হৈ পৰিল। বতৰা সম্পৰ্কে মতামত জানিবলৈ সন্ধিয়া তেওঁ শইকীয়াৰ ঘৰলৈ আহিছিল।

শইকীযাই ক্ৰিমিনেল ডাইৰেক্টৰী এখনত চকু ফুৰাই আছিল। বৰুৱাক দেখি কিতাপখন জপাই থলে। ওচৰ পাই বিকাশ বৰুৱাই ডিঙি মেলি কিতাপখনৰ বেটুপাতত থকা নামটো চাই ললে।

কি চাইছিলে? বৰুৱাই সুধিলে।

'নিষাদ'-বোলা কোনো ছদ্মনামী অপৰাধী আছে নেকি চাইছিলো।

নাপালে?

ক'ত পাব। ই এইবাৰ নতুন লাইন ধৰিছে। পাহৰবাৰ বা কি নাম লয় তাকেহে ভাবিছো।

'নিষাদে'ই দস্যু ভাস্কৰ এই ধাৰণাকে আপুনি ধৰি আছে?

ধৰি নথকাৰ কোনো কাৰণ ঘটা নাই। 'নিষাদ'ৰ অস্তিত্বৰ প্ৰমাণ বিলোপ কৰাৰ পদ্ধতিৰ লগত ইয়াৰ সম্পূৰ্ণ মিল থকাটোৱেই মোৰ ধাৰণাক সঁচা বুলি সাব্যস্ত কৰিছে। আপুনি ভাবি চাওক।

ৰামকিষণ আৰু অজিতেশ বৰুৱাৰ ভায়েকইতৰ ইয়াত কোনো ভূমিকা নাই বুলিছে?

নিশ্চয় নাই। 'নিষাদ'ৰ চিঠিখনেই তাৰ প্ৰমাণ অনুসন্ধান কৰাই জানিব পাৰিছো যে বিজিতেশ আৰু ৰাধাকিষণৰ মাজত কোনো সম্পৰ্ক নাছিল। আনকি চা-চিনাকিও নাছিল। গতিকে সিহঁতে যে এটা দল গঠন কৰিছে আৰু তাৰ নাম থৈছে 'নিষাদ' এই যুক্তি নিটিকে। 'নিষাদ' সম্পূৰ্ণ বেলেগ মানুহ অথবা দল।

বিজিতেশ আৰু ৰাধাকিষণৰ কি হল তেন্তে?

সিহঁতক অপহৰণ কৰি নি হত্যা কৰা হৈছে, নহলে বন্দী কৰি থৈছে।

তাৰপৰা হত্যাকাৰীৰ কি লাভ ?

প্ৰকৃত খুনীৰ ওপৰৰপৰা পুলিচ আৰু বাইজৰ দৃষ্টি আঁতৰাই ৰাখিবলৈ হত্যাকাৰীয়ে এই পন্থা গ্ৰহণ কৰিব পাৰে। এনেকুৱা উদাহৰণ বহুত আছে।

সিহঁতক হত্যা কৰাৰ সম্ভাৱনাও আছে তেনেহলে ?

আছেই নহয়, হয়তো হত্যা কৰিছেই। আজি

কাক হত্যা কৰিলে ? সৰ্বেশ্বৰীয়ে ঘপককৈ সোমাই আহি সুধিলে। শইকীয়াৰ কথা মুখতে ৰৈ গ'ল।

হৰিকিষণ ভালুকা আৰু অজিতেশ বৰুৱাৰ ভায়েকহঁতক। বিকাশ বৰুৱাই কলে।

আপোনালোকে হত্যাকাৰীক বিচাৰি নাপালে হব পায় ?

নাই, কোনো সূত্ৰই উলিয়াব পৰা নাই।

আপোনালোকে নোৱাৰেও। ভাস্কৰ অসমত নাই হব পায় ?

তাৰ মানে কি ? শইকীয়াই মুখ পাতি ধৰিলে।

মানেটো আৰু কি। সি থকা হলে কাহানিবাই ধৰি দিলেহেঁতেন।

অ। তুমি হব পায় সেই আশাতে আছা ? শিয়ালৰ ওচৰত হাঁহ বন্ধক দিয়াৰ নিচিনা কথা। শইকীয়াই ব্যঙ্গ হাঁহি এটা মাৰি কলে।

তেনেকে নকব, বুইছে। সি আছে বুলিহে আপোনালোকৰো চাকৰি আছে। বাইজেও বহুত শান্তিত বাস কৰিছে।

তুমি তাকে জানি থৈছা। অথচ নাজানা যে তোমাৰ সেই তুলসীপাতে আজিকালি 'নিষাদ', মানে ব্যাধ নাম ধাৰণ কৰি ডকাইতি আৰু নৰহত্যা কৰি ফুৰিছে।

শইকীয়াৰ কথাত প্ৰথমতে সৰ্বেশ্বৰীৰ থোকা-মোকা লাগি গ'ল। কিন্তু তৎক্ষণাৎ আত্মসম্বৰণ কৰি পেলালে।

আপোনালোকে সেই কথা জানিলে কেনেকৈ ? তেওঁ এইবাৰ উভটাই প্ৰশ্ন কৰিলে।

আমি জানিব পাৰো। কিছুমান সূত্ৰ আছে। তাৰপৰাই আমি কোনটো ঘটনা কেনেকুৱা মানুহৰ দ্বাৰা হব পাৰে তাক ধৰিব পাৰো।

হয় নেকি ? সৰ্বেশ্বৰীয়ে কপাল কোঁচাই লেনিয়াই কোৱাদি কলে। তেওঁৰ কথাৰ ধৰণত উপলুঙা ভাব এটাহে প্ৰকাশ পালে। লগে লগে আকৌ কলে, আগতেও দেখোন সেই সূত্ৰৰ আসহতে তাক মাৰো-কাঁটো কৰিছিল। পাছত আকৌ তাৰ সূত্ৰেহে আচল অপৰাধী ধৰা পৰে।

খোৱা খোৱা। তোমাৰ বুধিৰে কাম কৰা হলে ইমান দিনে কিৰীটি শইকীয়াই পথাৰত নাঙল ঠেলিলেহেঁতেন।

মোৰ বুধিৰে চলিব কিয়। মই কিবা চলিবলৈ কৈছো নেকি ? আপোনা-লোকৰ বিলৈ দেখি বেয়া লাগে কাৰণেহে কবলৈ আহো। লৰাটো এই সময়তহে কেনিবা যাবলৈ পালে। আহিব। সি এইবোৰ খবৰ পাই নহাকৈ নাথাকে। বহক, কফি খাই যাব। বৰুৱালৈ চাই কলে শইকীয়ানীয়ে। তাৰ পাছত ভিতৰলৈ সোমাই গ'ল।

ঘৰত এইবোৰ কথা আলোচনা কৰা টান হৈ পৰিছে। মোৰ শত্ৰু, তেওঁৰ মিত্ৰ। ভাগ্যে সি এইবোৰ কথা গম নাপায়। পালে কাহানিবা আমাৰ শোৱা কোঠাতে তাক চাহ-জলপান খাই থকা দেখা পাম হয়তো। ইয়াকে কয় 'ঘৰ বিভীষণ', বুইছে মিঃ বৰুৱা।

মাইকীমানুহৰ মন বুলি কথা। বীৰ পুৰুষৰ প্ৰতি সদায় তেওঁলোকৰ পক্ষপাতিত্ব থকা দেখা যায়।

তাক আপুনি বীৰ বুলিব খুজিছে ? এটা চোৰ, দগাবাজ, ডকাইত, খুনী ··হয়তো হয়তো চৰিত্ৰহীনো।

নহয়। চৰিত্ৰহীন পুৰুষক চিনিবলৈ মাইকীমানুহৰ বেছি সময় নালাগে। চৰিত্ৰহীন পুৰুষৰ বুকুত ইমান দুৰ্জয় সাহ, মনত ইমান মৰম-বেথা স্বভাৱত ইমান নম্ৰতা কেতিয়াও নাথাকে। আমি সিইতক চিনি পাওঁ। মহেনৰ হতুৱাই কফি লৈ ঘূৰি আহি শইকীয়াৰ কথাৰ তীব্ৰ প্ৰতিবাদ কৰিলে সৰ্বেশ্বৰীয়ে।

তুমি এই কথা নাজানা যে তাৰ চম্পা নামৰ এজনী সহচৰী আছে। শইকীয়াই সমান ঘৃণাৰে কথাখিনি কলে।

ছিঃ নকব তেনেকৈ। অনাহক পাপৰ ভাগী নহব। মোৰ চৰিত্ৰত কিবা চেকা থাকিলেও থাকিব পাৰে কিন্তু চম্পাৰ চৰিত্ৰত কোনো চেকা নাই।

চম্পাকো তুমি চিনি পোৱা নেকি ?

কিয় নাপাম ? তাই এই ঘৰতে এবাৰ অহা নাই জানো ? মই তাইৰ চকুত যিকুৰা জুই দেখিছিলো সেই জুই নিষ্পাপ নিষ্কলঙ্ক জীবনৰে প্ৰমাণ।

বুজিলো। তোমাৰ ওচৰত ভেম্ভে চোৰ, বদমাচ, ডকাইত, খুনী চব বীৰ-বীৰাঙ্গণা। শইকীয়াই ব্যঙ্গৰ সুৰত কলে।

কেতিযাও নহয়। দস্যু ভাস্কৰ বা নাৰীদস্যু চম্পা কুৰিয়ে কুৰিয়ে নাই। সিহঁতৰ সংখ্যা কম। তথাপি সিহঁত আছে বুলিয়েই আমি মানুহৰ দৰে বাস কৰিব পাৰিছো। সভ্যতা আৰু নিৰাপত্তা এতিয়াও নিৰাপদ হৈ আছে। কিন্তু কিমান দিন থাকিব কব নোৱোৰো। আপোনালোকে সমাজৰ বুকুৰপৰা এই সামান্য মঙ্গলবস্তিগছ সমূৰাবলৈ যিদৰে উঠি-পৰি লাগিছে তাকে দেখি মনে ধৰিছে আৰু বেছি দিন নাই। এই বুলি সৰ্বেশ্বৰী সাউৎকৈ ভিতৰলৈ গুচি গ'ল।

তেওঁৰ তীব্ৰ গৰিহণা, তেওঁৰ দ্ৰুত প্ৰস্থান এই আটাইবোৰে এক বিষণ্ণ পৰিস্থিতিৰ সৃষ্টি কৰিলে। দুয়ো খন্তেক তলমুৰ হৈ থাকিল। তাৰ পাছত শইকীয়াই বিকাশ বৰুৱালৈ চাই কলে, এই ধৰণৰ যুক্তিহীন আস্থাৰ জানো কোনো অৰ্থ আছে ?

বিকাশ বৰুৱাৰ মুখত কিবা ধৰণৰ এটা হাঁহি বিৰিঙি উঠিল। তেওঁ মুখ ঘূৰাই বাহিৰ'লৈ চালে। ওচৰতে ক'ৰবাত এটা জিলীয়ে আমনিলগাকৈ ঝিঁ ঝিঁয়াই আছে।

হয়তো আছে। হয়তো নাই। কিন্তু আস্থাক অনাস্থালৈ বদলনি কৰা বোধ কৰো বৰ উজু নহয়। বাদ দিয়ক সেই কথা। এতিয়া নতুন সমস্যা

এটা দেখা দিছে। এই বুলি বকৰাই দিল্লীৰ পৰা অহা টেলেক্স বতৰাটো শইকীয়াৰ ফালে আগবঢাই দিলে।

বতৰাটো এবাৰ নহয় তিনিবাৰকৈ পঢ়িলে শইকীয়াই। প্ৰতিবাৰেই কপালৰ খাজবোৰ বেছিকৈ দ হবলৈ ধৰিলে। ওঁঠবোৰ চেপা খাই খাই অদৃশ্য হৈ পৰিল যেন ভিতৰৰ বাষ্পখিনি ওলাই যাব নোৱাৰাকৈ বল্টু কচি কচি টাইট দিছে।

ননছেন্স। অৱশেষত ৰখাব নোৱাৰিলে। বাষ্পখিনি ফচ্ কৰে ওলাই আহিল ওঁঠ ফালি। সিহঁতে ভাবিছে কি? দিল্লীবকিটাক চিনিবলৈ মোৰ বাকী নাই। মুখবোৰ নথকা হলে সেইকেইটাক শিয়ালে টানি নিলেহেঁতেন। বিকচিনা সুৰত কলে শইকীয়াই।

ইয়াৰ এটা উত্তৰ দিব লাগে। কি দিয়া যায়?

জনাই দিয়ক যে সিহঁতৰ মাজত কোনোবাই যদি যাদু জানে তেতিয়াহলে পঠাব পাৰে। সিহঁতে ভাবিছে কি? দিল্লীত এনেকুৱা ঘটনা বছৰেকত এশটা ঘটে। তাৰ কেইটাৰ ক্ষেত্ৰত আচামীক ধৰিব পাৰিছে?

সঁচা। কিন্তু সেইবোৰ কোনে বুজিব? নালাগে বুলি জনাই দিও। আমি

এই সময়ত টেলিফোনত ৰিং হবলৈ ধৰিলে। শইকীয়াই ৰিচিভাৰটো তুলি কাণত লগালে।

হেলো।

ওঁ, কৈছো।

ৰাধাকিষণ।

ওঁ ওঁ।

জীয়াই আছে?

হঁ। লৈ যোৱা। আমি তৎক্ষণাৎ গৈছো। এইবুলি শইকীয়াই ৰিচিভাৰ থৈ দিলে। তেওঁক বৰ উত্তেজিত দেখাইছিল।

ৰঙ্গ'ক মিঃ বৰুৱা। থানালৈ যাওঁ ব'লক। শইকীয়াই উত্তেজনাত কঁপিবলৈ ধৰিলে।

ঘটনা কি ? আচৰিত হৈ সুধিলে বিকাশ বৰুৱাই।

ৰাধাকিষণ—হৰিকিষণ ভালুকাৰ ভায়েকক পোৱা গৈছে।

ক'ত ?

কামাখ্যাৰ ওচৰত এখন ষ্টেচন ৱাগনত। হাত-ভৰি-চকু-মুখ বন্ধা অৱস্থাত।

আচৰিত কথা। ঈশ্বৰে চাগৈ মুখ তুলি চাইছে। বিকাশ বৰুৱাৰ মনত আশাৰ বেঙণী এটা বিৰিঙি উঠিল।

দুয়ো তৎক্ষণাৎ থানালৈ গুচি গ'ল।

## মৃত্যুৰ পাৰতে জীৱন

পৃথিৱীত অঘটনো ঘটে। মৃত্যু যেতিয়া জীৱনৰ শিতানত বহি অন্তিমৰ বাঁহী বজায় তেতিয়াও হয়তো নেদেখা ঠাইত বহি জীৱন-দেৱতাই মিচিকিয়াই হাঁহে।

ৰাধাকিষণৰ বেলিকাও ঘটনা তেনেকুৱাই হল। তাৰ জীৱনৰ শিতানত বহি মৃত্যুৱে অন্তিমৰ বাঁহী বজাইছিল। কিন্তু তাৰ জীৱন-দেৱতাই তেতিয়া হাঁহিছিল। ৰাধাকিষণে অন্তিমৰ বাঁহী শুনিছিল কিন্তু জীৱন দেৱতাক দেখা নাছিল।

সি কোৱা মতে বহুতদিন সি বেলিৰ পোহৰ দেখা নাই। দেখা নাই আকাশৰ নীলিমা।

কিন্তু সেয়া পাছৰ কথা। সেইদিনা আকাশ আছিল ভাৱৰীয়া। অলপ ঠাণ্ডাও পৰিছিল। সি সাধাৰণতে ঘৰ সোমাওতে মাজ নিশা হৈ যায়। সেইদিনাও সি মাজ নিশা ঘৰ সোমাইছিল। কিন্তু আড্ডা মাৰি নহয়। সি গৈছিল নগাঁৱলৈ। বৰ ভাগৰ লাগিছিল। বিছনাত গা এৰি দিয়াৰ লগে লগে সি একো কব নোৱাৰা হল। যেতিয়া কব পৰা হল তেতিয়া সি দেখিলে

যে সি তাৰ নিজৰ বিছনাত নাই। আন্ধাৰ কোঠালী এটাৰ মজিয়াত এখন কম্বলৰ ওপৰত সি শুই আছে। দেহা ক্লান্ত। মূৰটো শিলৰ দৰে গধুৰ। দিন-বাৰ-তাৰিখ-স্থান সি একো বুজিব পৰা নাই। ইমান এলাহ যে উঠিবৰ মন যোৱা নাই। গাত সিমান শক্তিও নাই। সি আকৌ টোপনি গ'ল। সেই টোপনি যে কিমান দিনৰ পাছত ভাগিল সি নাজানে। সি চিঞৰিলে। কান্দিলে। কোনো মানুহ নাহিল। দিনত দুবাৰকৈ কোনোবাই আহাৰ দি যায়। কোনে দি যায় আন্ধাৰত সি নেদেখে। যি দি যায় সি মাত-বোল নকৰে। দিন যায় দিন আহে। সি বুজিব নোৱাৰে। শেষত অসহ্য হৈ উঠিল। তাৰ ধাৰণা হল সি বলিয়া ফাটেকত আছে। এই চিন্তাই তাক বোধ কৰো সঁচাই বলিয়া কৰি পেলালে। সি চিঞৰিবলৈ। ধৰিলে। কান্দিলে। এদিন কান্দিবৰো শক্তি নোহারা হল। অৱশেষত এদিন তাক কোনোবা কেইটা মানে চকু-মুখ-হাত-ভৰি বান্ধি উলিয়াই আনিলে। কলৈ আনিলে সি কব নোৱাৰে। দিন-নে নিশা তাকো সি বুজিব নোৱাৰিলে। সি মাথোন বুজিলে যে তাক এখন মটৰ গাড়ীত তোলা হল। মটৰখন চলিবলৈ ধৰিলে। হঠাৎ কিবা এটা হল। এটা শব্দ হল। গাড়ীখন প্ৰচণ্ডভাৱে জোকাৰ খালে। সি চিটৰপৰা পৰি গ'ল। পৰিবৰ সময়ত ঘহঁনি খাই তাৰ মুখ বন্ধা কাপোৰখন আঁতৰি গ'ল। মুখত ভৰাই থোৱা কাপোৰৰ দলাটো সি জিভাৰে ঠেলি উলিয়াই দিলে। তাৰ পাছত সি চিঞৰ মাৰি দিলে। ইতিমধ্যেই বহুত মানুহৰ মাত তাৰ কাণত পৰিছিল। কিছুমান মানুহ গাড়ীৰ ভিতৰতো সোমালে। তেওঁলোকে তাৰ হাতভৰি মোকলাই দিলে। সি আকৌ পোহৰ দেখিলে। টৰ্চ লাইটৰ পোহৰ। দেখিলে মানুহৰ মুখ।

বাধাকিষণে তেতিয়াও নাজানে যে তাৰ ককায়েক হৰিকিষণ আৰু জীৱিত নাই।

তাৰ বিৱৰণ দি তিৰা শেষ হল তেতিয়া সকলোৰে মুখত বিষাদৰ ছাঁ নামি আহিল। আকৌ এক শূন্যতা।

শৃঙ্খলতাৰ বাহিৰে আকনো কি? ৰাধাকিষণৰ বিৱৰণৰপৰা তাৰ অপহৰণকাৰীৰ কোনো সূত্ৰকে পোৱা নগ'ল। সেই বাবেই এই বিষাদ।

যিবোৰ মানুহে তোমাক বান্ধি-কুন্দি গাড়ীতে তুলিলে সিহঁতৰ কোনো কথা বতৰা শুনা তোমাৰ মনত পৰেনে? কিৰীটি শইকীয়াই সুধিলে।

তাত কোনেও কথা নকয়। মানুহবোৰ যেন বোবা। অকল এইবুলি ৰাধাকিষণে যেন কিবা কথা মনত পেলাবলৈ চেষ্টা কৰিলে।

অকল কি?

মোক লৈ আহোতে এটা মানুহৰ কথা মই শুনিছিলো। ৰাধাকিষণে কলে।

শুনিছিলা? কি, কি কথা কৈছিল? শইকীয়াই খদম-দম লগালে।

কৈছিলে, নিষাদৰ হুকুম। চিন-মোকাম নাইকিয়া কৰিব লাগিব। কোনো ওজৰ-আপত্তি নচলিব।

ইমানেই?

হয় চাৰ। পিছে ইয়াত, গাড়ীখন যেতিয়া কিহবাত খুন্দা খাই বৈ গ'ল তেতিয়া কোৱা শুনিলো, চালা, আমাকহে ফালতু কামত লগায়। এটাই কলে, হাৰামীৰ বাচ্চা দস্যু ভাস্কৰৰ কাৰণেই এতিয়া আমাৰ মৰণ হব। বলা পলাওঁ…।

আৰু, আৰু কি কলে? শইকীয়াৰ তৰণি ছিগি গ'ল।

আৰু একো নুশুনিলো। তেতিয়া বহুত মানুহৰ হাই-উকমি শুনিবলৈ পালো। ৰাধাকিষণে কলে।

তোমাৰ ওপৰত কোনো অত্যাচাৰ কৰিছিল নেকি? বিকাশ বৰুৱাই সুধিলে।

দৈহিক অত্যাচাৰ কৰা নাই। মাথোন আন্ধাৰত বন্দী কৰি থৈছিলে।

বাৰু ৰাধাকিষণ, তোমাৰ কোঠালীত তুমি অকলেই আছিলা নেকি?

অকলেই আছিলো চাৰ।

তেতিয়াহলে কথা হল, তোমাক কোনে অপহৰণ কৰিছিল, ক'ত ৰৈছিল সেই বিষয়ে তোমাৰ কোনো ধাৰণাই নাই? কিৰীটি শইকীয়াই সুধিলে।

নাই চাৰ।

বাক ৰাধাকিষণ, তোমাক লৈ গাড়ীখন কিমান সময় চলিছিল অনুমানত কব পাৰানে? শইকীয়াই সুধিলে।

ৰাধাকিষণে চিন্তা কৰিবলৈ ধৰিলে। শেষত কলে, আধা ঘণ্টাৰ বেচি নহব চাৰ। অলপ কম হলেও হব পাৰে।

বাটত ক'ৰবাত ৰৈছিল নেকি গাড়ীখন?

নাই বোৱা চাৰ।

গাড়ীত কেইজন মানুহ আছিল বুলি তোমাৰ ধাৰণা?

দুজন চাৰ।

ড্ৰাইভাৰক ধৰি?

নহয় চাৰ। দুজন মোৰ ওচৰতে বহি আছিল।

ৰাধাকিষণৰ পৰাও মূল্যবান কোনো সূত্ৰ পোৱা নগল। তাক ঘৰলৈ পঠিয়াই দিবলৈ আদেশ দি বিকাশ বৰুৱা আৰু কিৰীটি শইকীয়া থানাৰপৰা ওলাই আহিল। দুয়ো কিৰীটি শইকীয়াৰ ঘৰলৈকে ঘূৰি গ'ল। তেওঁলোকক পুনৰ ঘূৰি অহা দেখি সৰ্বেশ্বৰীৰ কৌতূহল হল। তেওঁ এখন ছোফাত বহি উল গুঁথিবলৈ ধৰিলে। তেতিয়া নিশা প্ৰায় দহ বাজিবৰ হল।

কি বুজিলে শইকীয়া? বিকাশ বৰুৱাই সুধিলে।

মোৰ এটা অনুমান সত্য হল।

কি?

মই কৈছিল যে আমাক ভুল বাটেৰে চালিত কৰিবলৈ হত্যাকাৰীয়ে মৃতকৰ ভায়েকহঁতক অপহৰণ কৰিছিল।

আপোনাৰ অনুমান সঁচা। কিন্তু বিজিতেশ্বৰ জানো জীৱিত আছে? বৰুৱাই কলে।

সেইবিষয়ে সন্দেহৰ থল আছে।

এটা বিষয় মন কৰিলেনে শইকীয়া ? বিকাশ বৰুৱাই শইকীয়াৰ কাণে চাই ইঙ্গিতপূৰ্ণভাৱে কলে।

শইকীয়াই তেওঁৰ ফালে সপ্ৰশ্ন দৃষ্টিৰে চালে।

ৰাধাকিষণ লৈ যোৱা গাড়ীখন দুৰ্ঘটনাত পৰাৰ পাছত এটাই যে কৈছিলে হাৰামীৰ বাচ্চা, দস্যু ভাস্কৰৰ কাৰণেই এতিয়া আমাৰ মৰণ হব। ব'লা পলাওঁ । ইয়াৰ অৰ্থ কি ?

মন কৰিছো। অৰ্থ দুইটাই হব পাৰে। হয় দস্যু ভাস্কৰেই 'নিষাদ'। নহলে 'নিষাদ' বেলেগ মানুহ বা দল আৰু দস্যু ভাস্কৰে সিহঁতৰ গম খেদি ফুৰিছে। তাকে গম পাই সিহঁতে ৰাধাকিষণক হত্যা কৰিবলৈ সিদ্ধান্ত লৈছিল। যাতে তাক বিচাৰি নাপাই মানুহে তাকেই ককায়েকৰ হত্যাকাৰী বুলি ধৰি লবলৈ বাধ্য হয়।

এই সময়ত সৰ্বেশ্বৰীৰ ব্যস্ত হাতখন থিৰ হৈ পৰিছিল। একাণপতীয়া হৈ শইকীয়াৰ কথা শুনিছিল।

মোৰ কিন্তু ধাৰণা দস্যু ভাস্কৰ 'নিষাদ' নহয়। সি 'নিষাদ'ৰ বিৰুদ্ধে অৱতীৰ্ণ হৈছে। বিকাশ বৰুৱাই কলে।

হওক তেও। ময়ো তাকেহে ভাৱিছিলো। বোলো ইমান ডাঙৰ এটা ঘটনা ঘটি গ'ল অথচ লবাটোৰ উম-ঘাম নাই কিয় ? সি গম নোপোৱাকৈ আছেনে ?

ইচ্, তাৰ নাম শুনিলেই দেখিছো তোমাৰ মাতৃস্নেহ একেবাৰে উতলিবলৈ ধৰে। কিৰীটি শইকীয়াই তীব্ৰ ব্যঙ্গৰ সুৰত কলে।

এতিয়া কিন্তু সৰ্বেশ্বৰীয়ে খং নকৰিলে। স্বামীৰ এই ব্যঙ্গৰ উত্তৰ হাঁহিমুখেৰেই দিলে। কলে, আপোনাক যেন ঈশ্বৰে সিটো জনমত মাতৃ কৰি জন্ম দিয়ে।

মাতৃ হোৱাটো যে ইমান গৌৰৱজনক সেই কথা কৰ্ত্তা বোধকৰো তুমিহে প্ৰথম। শইকীয়াই পুনৰ বাক্যবাণ এৰিলে।

ইয়াৰ প্ৰথম আৰু শেষ নাই। সকলো মাতৃৰে একেটাই কথা। ই অতীতত সত্য আছিল। বৰ্তমানেও সত্য। ভৱিষ্যততো সত্য হৈয়ে থাকিব। পিতৃতান্ত্ৰিক সমাজে সেই কথালৈ ইচ্ছা কৰিয়েই কাণ নিদিয়ে। হয়তো সেয়াও এক ধৰণৰ পুৰুষালি দম্ভ। সেইবুলি সত্য কিন্তু মিছা হৈ নাযায়। মই মাতৃৰ মন লৈ দস্যু ভাস্কৰক যিমান সহজতে চিনি পালো আপোনালোকে তাৰ হাতত চপুৰে চলুৰে পানী খাইও তাক চিনিবলৈ, বুজিবলৈ চেষ্টা কৰা নাই। অশান্তিত, ঈৰ্ষাত তেই পুৰি মৰিছে। তাৰ বাবে মোৰ কোনো অশান্তি নাই। মোৰ ভয়ো নাই। যদি কাহানিবা সি সঁচাই অত্যাচাৰী হয় সেইদিনা মোক কব। গুলি বা বন্দুকৰ দৰ্কাৰ নহব। মই মাতৃত্বৰ অস্ত্ৰ লৈয়ে তাৰ সমুখত থিয় দিম। প্ৰয়োজন হলে নিধনো কৰিম। এইবুলি হঁাহিমুখেৰেই সৰ্বেশ্বৰী উঠি গুচি গ'ল। তেওঁ যেন এই কথা বুজি পায়েই গুচি গ'ল যে এইবাৰ দুটা হত্যাকাণ্ডৰ ৰহস্য উদ্‌ঘোটিত হব। তালৈ আৰু পলম নাই।

তেওঁ গুচি যোৱাৰ পাছত বিষয়া দুজনৰ এনেকুৱাহে লাগিল যেন তেওঁলোকৰ চিন্তা-ভাবনা, ভয়-আশঙ্কা, উদ্বেগ আৰু উৎকণ্ঠাৰ বোজাখিনি সৰ্বেশ্বৰীয়ে নিজৰ কান্ধত তুলি লৈ গ'ল। তেওঁলোকৰ যেন কৰিবলগীয়া একো নাথাকিল। তেওঁলোক দুজন নিবন্থুৱা পুৰুষ।

সৰ্বেশ্বৰী এনেকুৱাই। কিৰীটি শইকীয়াই এই কথা জানে। মাজে মাজে ধাৰণা হয় সৰ্বেশ্বৰী যেন কিবা অপাৰ্থিৱ শক্তিৰ অধিকাৰিণী। সাধাৰণে নুবুজা কথা তেওঁ বুজিব পাৰে। আৰু যিটো বুজে তাক প্ৰকাশ কৰিবলৈ লুক-চাক নকৰে। বৈণীয়েকৰ এই স্বভাৱৰ কাৰণে কিৰীটি শইকীয়াই কৰ্মজীৱনত বহুতবাৰ অপ্ৰস্তুত হবলগীয়া হৈছে। লোকে সৰ্বেশ্বৰীকহে সমৰ্থন কৰিছে। সেইকাৰণে তেওঁলোক যতেই গৈছে তাতেই এই মানুহগৰাকীক মানুহে যিমান ভয় কৰিছে সিমান ভক্তিও কৰিছে। তেওঁলোকৰ স্বভাৱত এই বৈপৰীত্য থাকিলেও তেওঁলোকৰ পাৰিবাৰিক জীৱনত ইয়াৰ কোনো ছাঁ পৰা নাই। পৰস্পৰৰ মাজত থকা বিভেদৰ সীমাৰেখা এটা মূৰ দাঙি উঠা নাই।

শইকীয়ানিক যিমানে দেখিছো, যিমানে তেওঁৰ কথা শুনিছো মোৰ বিস্ময় সিমানে বাঢ়ি যোৱাৰ বাহিৰে কমা নাই। বিকাশ বৰুৱাই কলে।

শইকীয়াই হাঁহিলে। সেই হাঁহি কেনেকুৱা তাক ভাষাৰে বুজাব নোৱাৰি। কোনোবাই কব বিষাদৰ। কোনোবাই কব ব্যঙ্গৰ। কোনোবাই হয়তো কব সেই হাঁহি গৰ্বৰ।

আজি ত্ৰিছ বছৰ আমি ঘৰ পাতি আছো। সঁচা কথা কবলৈ গলে সৰ্বেশ্বৰীক মযেই বোধ কৰো চিনিব পৰা নাই। কিন্তু এটা কথা বুজিছো যে তেওঁ যেতিয়াই যি কৰে তাত তেওঁৰ আন্তৰিকতাত কোনো ভাঁজ নাথাকে। এই মুহূৰ্তত কোনো কথাত আপোনাৰ লগত যদি ধুম-ধুপাল কাঁজিয়া কৰে তাত তেওঁৰ আন্তৰিকতা যিমান নিভাঁজ, পাছ মুহূৰ্ততে আপোনাক খাবলৈ দি ইটো খাওক সিটো খাওক বুলি যদি জোৰ কৰে তাতো তেওঁৰ আন্তৰিকতাত অকণো ভাঁজ নাথাকে। বৰ্তমানক তেওঁ ভৱিষ্যতলৈ কঢ়িয়াই নিনিয়ে। ভৱিষ্যৎ যদি বৰ্তমানতকৈ নিকৃষ্টও হয় তথাপিও। এইবুলি বহুত দেৰীৰ মূৰত শইকীয়াই চুৰটৰ বাকচটো উলিয়ালে।

এইবাৰ বিকাশ বৰুৱায়ো হাঁহিলে। চুৰট এটা তুলি লৈ নিজৰ লাইটাৰেৰে জ্বলালে।

বাক বাদ দিয়ক সেইবোৰ কথা। ৰাধাকিৰণৰ কথাৰপৰা আমি দুটা বিষয় থিৰাংকৈ জানিব পাৰিলো। প্ৰথমটো হল যিকোনো ৰূপতেই নহওক এই ঘটনাত দস্যু ভাস্কৰো সোমাই পৰিছে। দ্বিতীয় কথা হল, 'নিষাদ'ৰ হেড কোৱাৰ্টাৰ চহৰৰ চৌহদৰ ভিতৰতে আছে। শইকীয়াই কলে।

পাছৰ বিষয়টো কেনেকৈ বুজিলে? অৰ্থাৎ 'নিষাদ'ৰ হেড কোৱাৰ্টাৰৰ বিষয়টো? বৰুৱাই জানিব খুজিলে।

ৰাধাকিৰণৰ কথাতে তাৰ ইঙ্গিত আছিল। সি কৈছিলে তাক লৈ যোৱা গাড়ীখন প্ৰায় আধা ঘণ্টা ধৰি চলিছিল। গতিকে এইটো খুব স্বাভাৱিক যে সি মুক্তিলাভ কৰাৰ মুহূৰ্তলৈকে ধৰি সি সময়ৰ হিচাপ কৰিছিল। এমন অৱ

লোকৰ পক্ষে সেইটোৱেই সম্ভৱ। গাড়ীখন এবাৰ পৰা দুৰ্ঘটনাৰ মুহূৰ্তলৈকে সময়টোহে আমাৰ প্ৰয়োজন। এতেকে সি কোৱা মতে আধা ঘণ্টা বা তাৰ অলপ কম—এই সূত্ৰ মতে কমটো হিচাপত নধৰি আমি আধা ঘণ্টাৰ পৰা দহ মিনিট বাদ দিলে বাকী থাকে বিছ মিনিট। অৰ্থাৎ গাড়ীখন বিছ মিনিট চলিছিল। গতিকে যি ঠাইৰ পৰা গাড়ীখন এৰিছিল সেই ঠাই অৱশ্যেই চহৰৰ চৌহদৰ ভিতৰতে হব লাগিব। পঁচিছ মিনিট লাগিলেও বিশেষ তাৰতম্য নহয়।

ঠিকেই কৈছে। বিকাশ বৰুৱাই স্বীকাৰ কৰিলে।

এতিয়া আমাৰ অনুসন্ধানৰ ক্ষেত্ৰ ঠেক হৈ পৰিল। শইকীয়াই কলে।

সিহঁতে ক'ত ঘাটি কৰিছে বুলি অনুমান কৰে ?

ঘাটি কোনো হোটেলতো কৰিব পাৰে। ঘৰ ভাৰালৈ লৈ তাতো কৰিব পাৰে। এতিয়া গাড়ীখন কাৰ নামত ক'ত ৰেজিষ্ট্ৰী কৰা আছে আৰু গাড়ীখনক ক'ৰবাত ৰৈ থকা বা সোমোৱা ওলোৱা দেখা পৈছিলনে নাই বিচাৰি উলিয়াব লাগিব।

এইফালৰ পৰা কাম আৰম্ভ কৰিলে মোৰ বোধেৰে হত্যাকাৰীৰ সন্ধান পোৱা যাব পাৰে। বিজিতেশৰ কাৰণে এটা আশঙ্কা থাকিয়েই গৈছে।

চাওঁ কিমানদূৰ কি কৰিব পাৰো।

মই তেন্তে এইখিনি সাফল্যৰ কথা দিল্লীক জনাই দিম। কি কয় ? এই বুলি বিকাশ বৰুৱাই যাবলৈ উঠিলে।

দিয়ক। শইকীয়াই সম্মতি দিলে।

## বিয়াজ নহয়—মৰণহে

কাম কৰিবলৈ কিবা নহয় কিবা এটা লাগে। অৰ্থাৎ কামৰপৰা কি ফল পোৱা যাব আৰু সেই ফল কাৰ উপকাৰত আহিব প্ৰণোদনাৰ ক্ষেত্ৰত সেইটোৱেই আচল কথা। বেছিভাগেই নিজৰ লাভালাভৰ কথা ভাবে।

কিছুমানে হয়তো বাইজৰ লাভালাভৰ কথা ভাবে। সেয়া যাব যেনেকুৱা শিক্ষা যেনেকুৱা স্বভাৱ, যেনেকুৱা চিন্তাধাৰা তাৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ দেশত অলেখ মানুহে স্বাধীনতা যুদ্ধত দেশৰ মুক্তিৰ হকে কাম কৰিলে। জীৱন আহুতি দিলে। নিজৰ লাভালাভৰ কথা নাভাবিলে। কিছুমানে নিজৰ লাভালাভৰ কথা ভাবি স্বাধীনতা সংগ্ৰামী সকলৰ বিৰুদ্ধে গৈ ইংৰেজৰ কৃপা লাভ কৰিলে। ৰায় বাহাদুৰ, খান বাহাদুৰ হল। খেনোৱে ডাঙৰ চাকৰি পালে। সেইবোৰ দেশদ্ৰোহী বিশ্বাসঘাতক। সিহঁতক জাতিয়ে ঘৃণাৰে বৰ্জন কৰিলে। দেশ-প্ৰেমিকসকল মৰিও জাতিৰ মনত অমৰ হৈ ৰ'ল।

আজিও কিছুমানে চাকৰি কৰে, কিছুমানে ব্যৱসায় কৰে, কিছুমানে ৰাজনীতি কৰে। কোনেও বোধ কৰো দেশৰ কাৰণে নকৰে। কৰে নিজৰ কাৰণে। তাৰ মাজতে কিছুমান পাগল আছে যিবোৰে নিজৰ লাভালাভ নগণে। দেশৰ কাৰণে, জাতিৰ কাৰণে জীৱন উছৰ্গা কৰি দি বমভোলা হৈ আছে। ভাস্কৰ আৰু তাৰ সহকৰ্মীবোৰ সেই জাতৰ মানুহ। আজি-কালি বহুতে এই ধৰণৰ মানুহবোৰক বুৰ্বক বোলে। পাগল বোলে। কিন্তু সেই বুধিয়কসকলে এই কথা নাজানে যে এই পাগলবোৰ আছে কাৰণেই তেওঁলোক মানুহ বোলাই আছে। জীয়াই থাকিব পাৰিছে। শত দুৰ্নীতি, ব্যভিচাৰ, আৰু চক্ৰান্তৰ মকৰাজালৰ মাজতো নিজৰ অস্তিত্ব ৰাখি চলিব পাৰিছে। এশ অসতক দমাই ৰাখিবলৈ এজন সৎ মানুহেই যথেষ্ট। সেইজনৰ অন্য শক্তি নাই। কিন্তু তেওঁৰ থাকে নৈতিক শক্তি। যি শক্তি সূৰ্য্যৰ দৰে ভাস্বৰ, বজ্ৰৰ দৰে শক্তিশালী, অগ্নিৰ দৰে সৰ্বগ্ৰাসী আকৌ মেঘৰ দৰে সজল ফুলৰ দৰে সুৰভিত।

কিন্তু যাওক সেই কথা। আজি দেশ আৰু সমাজৰ কাৰণে এক মহা-বিপদৰ সম্ভাৱনা গা-ধৰি উঠিছে। দুটা মানুহৰ হত্যা আচল সমস্যা নহয়। একালৰপৰা বিচাৰ কৰিলে এই দুজন মানুহে সমাজক একো দিয়া নাই। বৰং নিজৰ স্বাৰ্থৰ কাৰণে সমাজক প্ৰতাৰণা কৰিছে। ঠগিছে মিত্ৰৰ ভেশছন ধৰি।

এইধৰণৰ মানুহ ৰব-বেমাবৰ দৰেই সমাজৰ কাৰণে অমঙ্গলীয়া। সেয়ে অপ্ৰয়োজনীয়। এই দুজন মানুহৰ মৃত্যুতে দস্যু ভাস্কৰে শোক কৰা নাই। তেওঁলোকৰ হত্যাৰ প্ৰতিশোধ লবলৈ নিজৰ প্ৰাণোপম সহকৰ্মীসকলক 'নিষাদ' হিংস্ৰ নখ-দন্তৰ আগত মেলি দিয়া নাই। তাৰ কাৰণ সুকীয়া।

কাৰণটো হল পাপ। দস্যু ভাস্কৰে হত্যাক পাপ বুলিয়েই বিশ্বাস কৰে। ঘৃণা কৰে। হত্যাৰে কোনো পাপ নিৰ্মূল নহয়। পাপীবোৰ ৰক্তবীজৰ দৰে। এটা মৰিলে দহটা গজে। দহটা মৰিলে এশটা গজে। এজন হৰিকিষণ বা এজন অজিতেশক হত্যা কৰি দুৰ্নীতি আৰু প্ৰতাৰণাৰ বিনাশ কৰা নাযায়। যি এই দুজনক হত্যা কৰিলে সি কোন তাক সি নাজানে। কিন্তু সি কেনেকুৱা তাক সি জানি গৈছে। হত্যাকাৰীয়ে নিজেই জনাই দিছে। আজি পুৱা হত্যাকাৰীয়ে তাৰ স্বৰূপ নিজেই চহৰৰ বাটে বাটে প্ৰচাৰ কৰি দিছে। গছে গছে, বেৰে বেৰে আজি এটা ঘোষণাপত্ৰ সকলোৱে দেখিছে। ঘোষণাপত্ৰৰ ভাব আৰু ভাষা যিমান কদৰ্য্য তাতোকৈ বেছি কদৰ্য্যভাবে প্ৰকাশ পাইছে হত্যাকাৰীৰ দম্ভ। সি ঘোষণা কৰিছে—"যদি কোনোবাই দস্যু ভাস্কৰক ধৰি পুলিচৰ হাতত সমৰ্পণ কৰিব পাৰে বা তাক হত্যা কৰি প্ৰকাশ্য ৰাজপথত পেলাই থব পাৰে তেন্তে সেই ব্যক্তি বা ব্যক্তি-সকলক এক লাখ টকা পুৰস্কাৰ দিয়া হব। সেইবাবে বিজয়া বেঙ্কত এক লাখ টকা জমা দিয়া আছে।—নিষাদ"

তাৰ দম্ভৰ প্ৰমাণ আগতেও পাইছে সি। যি কথা কিৰীটি শইকীয়া আৰু বিকাশ বৰুৱাই লুকুৱাবলৈ চেষ্টা কৰিছিল সেই কথা সি গম পাইছিল 'নতুন বাণী'ত বিদিনা শইকীয়াৰ ঘৰলৈ গুলীৰাব কথা প্ৰকাশ হৈছিল সেই দিনাই। পাছদিনাই সি সেই ৰহস্য ভেদ কৰিছিল শইকীয়াৰ এটা গোপন বিপৰ্টৰ কাৰ্বন কপিৰ পৰা।

ভাস্কৰে বুজিব পাৰিছিল যে এটাৰ পাছত এটা সাক্ষ্যৰ ফলত 'নিষাদ'ৰ লোভ বাঢ়ি যাব। তাৰ ভয়-ভীতি নাইকিয়া হব। যাকে সি তাৰ বাটৰ হেঙাৰ

যুলি ভাবিব তাকেই হত্যা কৰিব। তাৰ হত্যাৰ তালিকাত হয়তো কিৰীটি শইকীয়া বা বিকাশ বৰুৱাও থাকিব।

এটা উন্মাদৰ অৰ্থ লালসা আৰু হত্যাৰ বিলাসিতা বাঢি যাব। তাৰ সেই স্বপ্নৰ গছজোপাক গজালিতে উভালি নেপেলালে ভৱিষ্যতৰ কাহিনী তেজৰ আখৰেৰে লিখিব লাগিব। পাপ নিৰ্মূল কৰাই ভাস্কৰৰ আদৰ্শ। এয়াই তাৰ সহকৰ্মীসকলৰো আদৰ্শ।

এই আদৰ্শকে সাৰোগত কৰি দিশে দিশে সিহঁত বিয়পি পৰিছে। কালি নিশা বিয়াজৰপৰা তাৰ অভিযান কাহিনী শুনি ভাস্কৰ এফালে যিমান উল্লাসিত হৈছিল আনফালে সিমানে চিন্তিত হৈছিল বিয়াজৰ কাৰণে। বিয়াজে নাজানিলেও ভাস্কৰে নিশ্চিতকৈ জানে যে শত্ৰুৱে তাক অনুসৰণ কৰিছে। তাক হোটেলত সোমোৱা দেখিও গৈছে। হয়তো সিহঁতে একো সন্দেহ কৰা নাই। কিন্তু সেইটো নিশ্চিতকৈ কোৱা টান। সেয়ে ভাস্কৰে তাক হোটেলৰপৰা পঠিয়াই দিয়াৰ কথাই ভাবিলে।

বিয়াজে সন্দেহৰ বশৱৰ্তী হৈ যি আৱিষ্কাৰ কৰিলে তাৰপৰা এটা সূত্ৰ পোৱা গৈছে। আন্ধাৰত হেঁপিয়াই ফুৰাতকৈ অন্ততঃ এটা নিৰ্দিষ্ট সূত্ৰৰপৰা কাম আৰম্ভ কৰিব পৰা যাব।

হঠাতে তাৰ চিন্তাৰ সূত্ৰ ছিন্ন হল। তাৰ কোঠাৰ কলিং বেল বাজিলে। সি চক খাই উঠিল। ঘড়ী চালে। বাৰ বাজিবৰ হল। এই সময়ত কোনে

তাৰ চিন্তা শেষ হবলৈ নাপালে। দুৱাৰত টুকুৰিয়াৰ শব্দ হল। এই শব্দ অকল শব্দ নহয়। এই শব্দত নিহিত আছে ভাষা। সাংকেতিক ভাষা।

দুৱাৰ মেলি আগন্তুকক অভ্যৰ্থনা জনালে ভাস্কৰে, আহা।

হেণ্ডছ আপ। এটা বজ্ৰকণ্ঠৰ হুংকাৰত ভাস্কৰৰ অন্তৰনৰতা চূৰ্ণ-বিচূৰ্ণ হল। আগন্তুকৰ মুখলৈ চাই নিঃশব্দে হাত দুখন দাঙি দিলে। তাৰ আচৰণ এনেকুৱা আছিল যেন সি জানিছিল যে এই ধৰণৰ ঘটনা এটা ঘটিব। সি হাত দুখন দাঙিব লাগিব।

আগন্তুকে পিস্তলটো বুকুত লগাই ভিতৰলৈ ঠেলি দিলে। পিস্তলধাৰীৰ পাছত আৰু এটা মানুহ আছিল। সেই মানুহটোৰ হাতত্তো এটা পিস্তল। দুয়োৰো চকুত ক'লা আচ্ছাদন। মূৰত নাইট কেপ। দ্বিতীয় আগন্তুকে দুৱাৰখন বন্ধ কৰি দিলে।

দ্বিতীয় আগন্তুকক দেখি ভাস্কৰৰ চকুত বিস্ময়ৰ ভাব এটা দেখা দিয়ে অদৃশ্য হল।

দস্যু ভাস্কৰ। মোকমোকালে প্ৰথম আগন্তুকে।

ক'ত? কোন? ভাস্কৰে এনে সুৰত কলে আৰু এনে ভাব দেখুৱালে যেন দস্যু ভাস্কৰৰ নাম শুনিয়েই তাৰ জীউ উৰি গ'ল।

বাঃ বঢ়িয়া নাটক কৰিবও জানা দেখিছো। আগন্তুকে কলে।

দস্যু ভাস্কৰ এই হোটেলত সোমাইছে নেকি? আগন্তুকৰ ব্যঙ্গলৈ কাণ নিদি সি নাটকৰ দ্বিতীয় বচন গালে।

তাৰ ভয় ভাব ইমান বাস্তৱ আছিল যে আগন্তুক দুজনৰ মনত প্ৰশ্ন দেখা দিলে। খোকোজা লাগিল। কিন্তু সিহঁতৰ আও-ভাও, ভাব-ভঙ্গীত যি নিঠুৰ প্ৰতিহিংসা প্ৰকাশ পাইছিল তাৰ বোধ কৰো তুলনা নাই। তেনে মানুহৰ মনত এই খন্তেকীয়া খোকোজাৰ কোনো মূল্য নাই। আৰু নাই যে তাৰ প্ৰমাণ লগে লগেই সিহঁতে দিলে।

ই ভাও জুৰিছে। কুকুৰে ভণ্ডামিৰে আমাক প্ৰতাৰিত কৰিব খুজিছে। দ্বিতীয় আগন্তুকে কলে। কথাত সভ্যতাৰ চিন-চাব নাই। আছিলে চৰম ঘৃণা আৰু হিংস্ৰতাৰ বিকৃত সুৰ। এওঁৰ পোছাক আৰু ভঙ্গী আছিল পুৰুষৰ। কিন্তু নাৰীকণ্ঠৰ সামান্য কমনীয়তা তেতিয়াও অৱশিষ্ট আছিল।

ইয়াৰ বস্তু বাহানিবোৰ পৰীক্ষা কৰা। কলে প্ৰথম আগন্তুকে। তাকে কৰিবলৈ ভাস্কৰ আৰু প্ৰথম আগন্তুকৰ কাষেদি ৱাৰ্ডৰোবৰ ফালে আগবাঢ়ি গল দ্বিতীয় আগন্তুক। কিন্তু অকস্মাতে ওফৰি পৈ হামখুৰি খাই পৰি গ'ল মজিয়াত। আৰু সেই মুহূৰ্ততে প্ৰথম আগন্তুকৰ হাতৰ অস্ত্ৰটো গজি উঠিল।

এটা চেকেণ্ডৰ অন্যমনস্কতা।

মানুহৰ জীৱনত এটা চেকেণ্ডো কেতিয়াবা এটা জীৱনৰ সমান মূল্য ধাৰণ কৰে। এটা সুদীৰ্ঘ জীৱনৰ সমাপ্তিৰ কাৰণে এটা চেকেণ্ডেই যথেষ্ট। আকৌ এটা চেকেণ্ডেই এটা ক্ষুদ্ৰ জীৱনক দীৰ্ঘস্থায়ী কৰে। অৰ্থাৎ যি আঘাতেৰে এটা জীৱনদীপ নুমাই যাব পাৰে, সেই আঘাতৰ হাত সাৰিব পাৰিলে সেই দীপ বহুবছৰলৈকে জ্বলি থাকে। দুইটা ক্ষেত্ৰতে প্ৰয়োজন মাথোন এক চেকেণ্ড সময়।

তেনেকুৱা এটা চেকেণ্ডৰ ব্যৱধানতে দস্যু ভাস্কৰে আগন্তুকৰ হাতৰ অস্ত্ৰশস্ত্ৰ ওলোৱা মৃত্যুক নেউচিব পাৰিলে। আৰু দ্বিতীয় এটা চেকেণ্ডত আগন্তুক দুজন পলাই যাবলৈ সমৰ্থ হল।

বিস্ময় বৰ বেয়া এটা অনুভূতি। এক মুহূৰ্তৰ বিস্ময়ে শতাব্দীৰ ইতিহাস ৰচিব পাৰে।

এই পটভূমিত নাৰীদস্যু চম্পাৰ আবিৰ্ভাৱ হব পাৰে বুলি ভাস্কৰে সপোনতো ভবা নাছিল।

পৃথিৱীত নভবা কথাও ঘটে। ঘটে বুলি সকলোৱে জানে। তথাপি ঘটিলে আচৰিত হয়। বিস্ময়ত পাৰিপাৰ্শ্বিক পাহৰি যায়। আজিও সেয়াই হল।

ভুল ভাস্কৰৰে। সি আৰু বেছিকৈ সতৰ্ক হব লাগিছিল। ইমান নিশা সি তাৰ কোনো সহকৰ্মীক আশা কৰাই অনুচিত হৈছিল। বিৱাজক সি নিজেই হোটেলৰ পৰা পঠিয়াই দিছে।

কিন্তু তাক প্ৰতাৰিত কৰিলে সেই সাংকেতিক শব্দই। সেই সংকেত— এবাৰ কলিং বেল। দ্বিতীয়বাৰ দুৱাৰত টুকুৰিয়াৰ শব্দ। দুবাৰ শব্দ।

এনেকুৱা ভুলৰ কাৰণে মাজে মাজে বৰ বেছি মূল্য দিব লাগে। আজিও হয়তো দিব লগা হলহেঁতেন যদি আগন্তুক দুজনেও ভুল এটা নকৰিলেহেঁতেন। তেওঁলোকে দুৱাৰত তলা মাৰি দিয়া হলে চম্পা সোমাবলৈ নাপায়।

কিন্তু চম্পায়ো ভুল কৰিলে। চম্পাৰ ভুলৰ বলতে শত্ৰু পলাই গ'ল। চম্পাই ভিতৰ সোমাই দুৱাৰখন জপাই নিদিলে। এটা লানি নিছিগা ভুলৰ মাজেৰে গোটেই ঘটনাটো ঘটি গ'ল। কিন্তু এই সমগ্ৰ ঘটনাৰ মাজত হাস্যকৰ ঘটনা এটাও ঘটিলে। যিটো কথাৰ হয়তো গুৰুত্ব নাই। অন্ততঃ কেহৰ গুৰুত্ব নাই। সি ধেমালি কৰিবলৈকে ঘটনাটো কৰিলে।

কিন্তু তাৰ কথা এতিয়া থাওক। তাৰ আগতে আমি চম্পাৰ কথালৈ ঘূৰি যাওঁ।

চম্পা যেন দস্যু ভাস্কৰৰ ছায়াসঙ্গিনী। সৰ্বত্ৰ তাক অনুসৰণ কৰে তাই। বিপদৰ মুহূৰ্ত্তত ত্ৰাণ কৰিবলৈ সমূখত আবিৰ্ভূ'তা হয়। আজি কেইদিনমানৰ পৰাই তাই তাক অনুসৰণ কৰিছে। ছাঁৰ দৰে অনুসৰণ কৰিছে। দুটাকৈ হত্যাকাণ্ডৰ ঘটনাই তাইৰ অন্তৰতো ক্ৰোধৰ সৃষ্টি কৰিছিল। তাই জানিছিল ভাস্কৰৰ অন্তৰতো ক্ৰোধৰ সৃষ্টি হব। দুষ্টক দমন কৰিবলৈ ৰণভূমিত সি অৱতীৰ্ণ হব। ভাস্কৰ য'ত কেহও ত'ত। আৰু কেহৰে এবাৰ যমুনাপ্ৰসাদৰ দোকানত পাক মাৰিবই মাৰিব। সেইদৰেই যোগাযোগ।

'নিষাদ'ৰ দাম্ভিক ঘোষণাৰ কথা—দস্যু ভাস্কৰক হত্যা কৰিলে এক লাখ টকা পুৰস্কাৰ ঘোষণাৰ কথা—চম্পাৰো তৎক্ষণাৎ জানিব পাৰিছিল। সেয়ে কেহৰে সৈতে তাই বিভাৰভিউ হোটেলত সোমাই পৰিছিল গুপুতে। তেতিয়া হোটেলৰ মানুহবোৰ নাচ-গান আৰু সুৰাৰ বাগীত মত্তলীয়া হৈ আছিল। সিহঁতে দেখিছিল দুটা মানুহৰ সন্দেহজনক গতি-বিধি। আৰু সেই গতি-বিধি অনুসৰণ কৰিয়েই ভাস্কৰৰ দুৱাৰমুখত উপস্থিত হৈছিল। চাবিৰ ফুটাৰে চাই আছিল ভিতৰৰ নাটকখন।

ভুমি। ভাস্কৰে প্ৰথম শব্দটো যেতিয়া উচ্চাৰণ কৰিলে তেতিয়া শত্ৰু পলাতক।

আচলতে শত্ৰু পলাই যোৱাটোকে যেন সিহঁতে কামনা কৰিছিল। নকৰি কৰিবইবা কি? ঘাটিৰ বাহিৰত এই দুটা মানুহক বন্দী কৰি লাভেইবা কি? সিহঁতৰ বিৰুদ্ধে প্ৰমাণ ক'ত? কি সিহঁতৰ পৰিচয়?

ভাস্কৰৰ ওচৰত সেয়ে সিংহৰ এই পলায়ন প্ৰাৰ্থিত। কিন্তু প্ৰাৰ্থিত নহয় চম্পাৰ এই আকস্মিক আবিৰ্ভাৱ। সেয়ে তাৰ প্ৰশ্ন।

কিয়, বেয়া পাইছা? ব্যঙ্গৰ সুৰত প্ৰশ্ন কৰিলে চম্পাই।

ভাস্কৰে অলপ হাঁহিলে।

তুমি দেখিছো মোৰ ভাগ্য-বিধাত্ৰী হৈ পৰিছা।

হয়তো তুমি ভাগ্যবান।

তাৰ মানে?

ভাগ্যবান মানুহৰ বোজা ভগৱানে বহন কৰে বুলি শুনিছো। চম্পাই হাঁহি মাৰি কলে। তাৰ কাষেদি খিৰিকীৰ-ফালে গৈ খিৰিকীৰ কাঁচত বুলেটে কৰা ফুটাটো পৰীক্ষা কৰিবলৈ ধৰিলে।

শক্তিশালী অস্ত্ৰ। চম্পাই কলে।

'নিষাদ' দুৰ্বল নহয়।

সেই কথা যে জনা আছে আৰু থাকিলেও বিশেষ গ্ৰাহ্য কৰা বুলি মনে নকৰে। দস্যু ভাস্কৰ অজেয় এই দম্ভতে বোধকৰো কাকো গুৰুত্ব দি ভাবিব নোৱাৰা। চম্পাই শেষৰ বাক্যটো ভাস্কৰলৈ চাই কলে।

মই প্ৰতাৰিত হৈছিলো।

হাঃ হাঃ হাঃ। ছি—এই কথা জানো দস্যু ভাস্কৰৰ মুখত শুৱায়। খিল্‌খিল্‌কৈ হাঁহিলে চম্পাই।

সুতৰাং একমাত্ৰ অন্তৰ্যামীসকলৰ মুখত। চম্পাৰ শ্লেষপূৰ্ণ কথাত মনে মনে বিৰক্ত হল ভাস্কৰ। তাৰ কথাতো সেই বিৰক্তি প্ৰকাশ পালে।

বাদ দিয়া সেইবোৰ কথা। আচল কথা হল তুমি 'নিষাদ'ক ধৰিব পাৰা বা নোৱাৰা সিংহতে কিন্তু তোমাক এইবাৰ মৰণ আঘাত হানিব। চম্পাই কলে।

তাৰ আগতে সিংহত জব্দ হব। মই পানী মেলি বেগহে চাইছিলো। ভাস্কৰে কলে।

অ, এইটো হৰ পায় তাৰেই নমুনা ? বেগ চাওতে নিজেই উটি গৈছিলা দেখোন ?

ভাস্কৰে চম্পাৰ চকুলৈ চালে। তাইৰ কণ্ঠত ব্যঙ্গৰ সুৰ আছিল সঁচা। কিন্তু চকুত। চকুত জানো ব্যঙ্গ তাছে ? নাই নাই। সেয়া ব্যঙ্গ নহয়, বিদ্ৰূপ নহয়। আইন কিবা। ইয়াৰ লগত কণ্ঠস্বৰৰ সম্পৰ্ক নাই। সম্পৰ্ক আছে অন্তৰৰ। সম্পৰ্ক আছে মানৱিক কামনাৰ। বেলেগ এক জীৱনৰ কামনা। শতজীৱনৰ পিপাসাৰ আকুলতা। হঠাতে ভাস্কৰৰ অন্তৰ মথিত হ'ল। এটা মধুৰ হুমুনিয়া বাস্পিত হৈ বিয়পিবলৈ ধৰিলে। চুয়ো চুয়োকো চাইছে। কিন্তু কিমান দূৰৰপৰা ? এই দূৰত্ব জুখিব নোৱাৰি, নোৱাৰি বোধ কৰো অঙ্কৰ সংখ্যাৰে বুজাব।

চম্পা।

কি ?

তুমি কিয় মোৰ ছায়াসঙ্গিনীৰ দৰে জীৱনটোক নিঃশেষ কৰি আছা ? দস্যুতাতো তুমি নকৰা ?

অকস্মাতে এটা শিহৰণ অনুভৱ কৰিলে চম্পাই। আই যেন বহুত বহুত ওপৰৰপৰা হঠাতে পৃথিৱীৰ বুকুত আছাৰ খাই পৰি গ'ল। তাইৰ চকুত বিজুলী ভৰঙ্গ। মুখৰ পেশীয়ে পেশীয়ে বিদ্ৰোহৰ কঁপনি। দেহৰ পাৰে পাৰে ক্ৰোধৰ বিস্ফোৰণ।

দাম্ভিক দস্যু, মোক ছায়াসঙ্গিনী ভাবি মনে মনে তোমাৰ পৰম গৰ্ব। তোমাৰ এই কৰুণা-কাতৰ প্ৰশ্ন যে তাৰে ছদ্মবেশী অভিব্যক্তি সেইখিনি বুজাৰ শক্তি মোৰ আছে। মই তোমাক সাৱধান কৰি দিছো দস্যু, ভৱিষ্যতে ভেনে প্ৰশ্ন নকৰিবা। তাই পিস্তলটো ট্ৰাউজাৰৰ জেপত ভৰাই দুৱাৰৰফালে খোজ দিলে।

কিন্তু হাত মেলি ভাস্কৰে আগচি ধৰি আবেগমথিত কণ্ঠেৰে মাতিলে, চম্পা !

এটা পলহে কাৰণিৰ শব্দত তুয়ো চকু খাই বৈ গ'ল। ভাস্কৰে ঘূৰি দুৱাৰৰ ফালে লৰ মাৰিব খুজিলে।

ফেহুকাই। চম্পাই কলে। তাইৰ মুখত ফাকুৱাৰ ফাকু।

ফেহু। সি কেতিয়া আহিল ?

মোৰ লগতে আহিছে।

এই

মূৰ খজুৱাই খজুৱাই সি সোমাই আহিল। তাৰ হাতত এটা নাইট কেপ্।

টুপীটোলৈ দুয়োৰে চকু পৰিল। খন্তেক তভক মাৰি ৰ'ল। তাৰ পাছত ভাস্কৰে হাঁহি দিলে।

তোৰ লোৰোকা স্বভাৱটো নগ'ল আৰু।

সঁচাই নগল। দুই অবাঞ্ছিত আগন্তুক পলাই যাওতে এজন পাছ পৰি গৈছিল। তেওঁ আছিল চাপৰ। সেয়ে থাপ মাৰি মূৰৰ টুপীটো সি থৈ দিলে। লগে লগে বৰ কৰা চুলিটাৰি কান্ধৰ ওপৰত বাগৰি পৰিল। তেওঁ এবাৰ মাথো ঘূৰি চালে। ফেহুৱে টুপীৰে মুখখন লুকুৱাই পেলাইছিল। তেওঁ তাৰ মুখখন নেদেখিলে। কিন্তু সি তেওঁৰ চকুত দেখিলে একুৰা জুই।

আলহীৰ বস্তু এটা ৰাখি থলে ভাল। আনকালে, মন কৰক্, তাকে বিচাৰি আহিব নহয়। বেয়া কৈছো বাইদেউ ?

ইতিমধ্যে চম্পাই নিজেকে সংবৰণ কৰি লৈছিল। তাই উত্তৰত হাঁহিলে। ফেহুকাই, ইয়াত লেকচাৰ শুনি থাকিলে হব জানো ? ৰাতি পুৱাবৰে হল চাগৈ।

হৈছে বাইদেউ। পৰভু, আমি তেনে আহিলোহে। টুপীটো পৰভুৰ কামত আহে বা। সি বিছনাৰ ওপৰত টুপীটো থৈ ভাস্কৰক সেৱা কৰি যাবলৈ সাজু হল।

ইয়াত নথকাই ভাল হব পায়। চম্পাই ভাস্কৰৰ চকুলৈ চাই কথাষাৰ কৈ তলমূৰ কৰি লগে লগে খোজ দিলে।

ভাবিবে এটা বস্তি হুতৰ হবে পিহঁত যোৱা কালে চাই থিয় দি ব'ল। যেন নাটকৰ মূল ভাৰৰীয়া দুজনক মুগ্ধ দৃষ্টিৰে চাইছে ভাবিবে।

## শেহনিশাৰ টেলিফোন

শইকীয়াই সম্ভৱপৰ সকলো উপায়ে চাইতোখৰ নির্ণয় কৰিবলৈ চেষ্টা কৰিলে। দুর্ঘটনাত পৰা গাড়ীখন জব্দ কৰি বিশ্বান ধৰণে পৰীক্ষা কৰা সম্ভৱ পৰীক্ষা কৰিলে। গাড়ীখন বিহুৰুৰ বেজেষ্ট্ৰী কৰা বুলি জানিব পাৰিলে। কিন্তু তাৰ গৰাকীৰ ঠিকনাত গৈ দেখিলে যে সেইটো এটা পশু চিকিৎসালয়। ষ্টিয়েৰিং হুইলত হাতৰ ছাব নাপালে। স্পষ্টভাবে হাতমোজা লগাই ষ্টিয়েৰিং ধৰিছিল। ভিতৰতো অসংখ্য ভৰিৰ ছাব। তাৰপৰা কোনো বিশেষ এটা বা দুটা ছাব চিনাক্ত কৰা অসম্ভৱ।

ঘূৰি-ফুৰি প্ৰশ্নটো য'ত আছিলে ত'তে থাকি গ'ল। 'নিষাদ' কোন ? কোন বাস্তৱ মানুহ ? ইয়ো এক মায়াবী নেকি ?

এইবোৰ কথাকে ভাবি ভাবি তেওঁৰ টোপনি নাইকিয়া হল। শেহ নিশা চিলমিলকৈ টোপনি আহিছিল যদিও চিন্তা কৰা ঘটনা আৰু আচৰিবোৰ মনৰ পর্দাত উঠি ফুৰিছিল। সযাজিক দেখিছিল। মুখেৰে বেবেৰিবাং গাইছিল। সৰ্বেশ্বৰীয়ে নিজৰ বিছনাৰপৰা নামি আহি ঠেলা মাৰি জগাই দিব খোজোতেই টেলিফোনত ৰিং হবলৈ ধৰিলে। শইকীয়া টোপনিত 'ধৰিলো, ধৰিলো,' বুলি সৰ্বেশ্বৰীকে গৰা মাৰি ধৰিলে।

হেৰি, এইখন কি কৰিছে আপুনি ? সৰ্বেশ্বৰীয়ে নিজকে মোকলাবলৈ চেষ্টা কৰি শইকীয়াক ঠেলিবলৈ ধৰিলে। তেতিয়াহে তেওঁ সাৰ পালে। থৈপাই্যেকৈ চাই লাজত পৰিল। কিন্তু টেলিফোন তেতিয়াও বাজি আছিলে।

শইকীয়াই ফোন দাঙিলে।

হেলো। খঙেৰে গৰ্জাৰি দিলে।

কৈছো। আপুনি কোন ?

বন্ধু ! ক'ৰ বন্ধুভাল গুলাইছা এই ৰাতিখন ? কি হল ?

কি ?

দস্যু ভাস্কৰ হোটেলত ।

তুমি কেনেকৈ চিনি পালা ?

শইকীয়াই কেইচেকেণ্ডমান নিৰৱে বিচিভাৰটো কাণত লগাই সিফালৰ বক্তব্য শুনিলে । তাৰপাছত সংযোগ কাটি দি তেওঁ এটা নম্বৰ ডায়েল কৰিলে ।

হেলো ! কিৰীটি শইকীয়াই কৈছো ।

তুৰন্তে এক বেটেলিয়ন আর্ম পুলিচেৰে ৰিভাৰভিউ হোটেল ঘেৰাও কৰক । মই গৈ অর্ডাৰ চহী কৰিম । ইতিমধ্যে যি কিজন ওচৰত আছে চকু ৰাখিবলৈ আদেশ দিয়ক । তুৰন্তে । মোক গাড়ী এখন পঠিয়াই দিয়ক ।

এইবোৰ কি কথা ? সর্বেশ্বৰীয়ে উত্তেজিত হৈ সুধিলে ।

এতিয়া কোনো প্রশ্ন নকৰিবা । শইকীয়াই খৰংখচ উত্তৰ দি পোছাক পিন্ধিবলৈ ধৰিলে ।

চাওক এনেকে ধৰিব পাৰে যদি ধৰক মই আপত্তি নকৰো । গুলীয়াগুলী হলে নকৰিব । তেতিয়া হলে ঘূৰি আহি মোৰ মৰা মুখ দেখিবলৈ পাব ।

চৰকাৰে তোমাৰ জীয়া মুখ দেখিও ইচ্ছা নাই । মৰা মুখ দেখিলেও নাকান্দে । চৰকাৰী কামত তুমি মাত নামাতিবা । শইকীয়া আজি পাষাণৰ দৰে অটল, মহাকালৰ দৰে নির্মম ।

দহমিনিটতে গাড়ী এখন আহি শইকীয়াৰ পদূলিমুখত ৰ'ল । যাবৰ সময়ত সর্বেশ্বৰীক মাতো নলগালে । সর্বেশ্বৰী ঠাইতে জঠৰ হৈ বৈ থাকিল ।

চম্পা আৰু ফেহু ভাস্কৰপৰা বিদায় লৈ গ'ল সঁচা । কিন্তু তৎক্ষণাতে হোটেল এৰি যাব নোৱাৰিলে । তাই নিশ্চিতকৈ বুজিব পাৰিছিল যে এইহাল নৰ-নাৰী 'নিষাদ'ৰ মানুহ । হয়তো এই দুজনৰে কোনোবা এটা 'নিষাদ' দলৰ নেতা বা নেত্রী । সিহঁতে এই ব্যর্থতাৰ প্রতিশোধ নোলোৱাকৈ নেৰে । সিহঁত তেতিয়া পাছফালৰ বেতৰ অহা খটখটীৰ মুৰত ।

বুইছ ফেহুকাই ইহঁতে সতকাই নেবে। হয় ইহঁত নিজে আহিব নহলে পুলিচক খবৰ দিব।

তেতিয়াহলে ইয়াতে থাকিব লাগিব হবলা। ফেহুৱে চিন্তাম্বিত ভাবেৰে কলে।

কিন্তু থাকিবি ক'ত। ৰাতি পুৱাবৰে হল। আমিও ধৰা পৰিব লাগিব। মোক এই পোছাকত দেখিলে পুলিচে জানো ভাল পাব ?

সেইষাৰে ভাবিবলগীয়া কথা। শইকীয়া চেহাৰ তিমান ভাল মাহুহ নহয় মন কৰক। মই বোলো আপুনি ষ'ক গৈ নহলে। মই কিবা এটা ভাও জুৰি থাকিম আক। পিছে মনে ধৰিছে পৰভুও নাথাকিব হবলা।

তই কেনেকৈ জানিলি ?

ফেহুৱে ফিচিকৃকৈ হঁাহি এটা মাৰিলে।

হঁাহিলি যে ?

হঁহা নাই মন কৰক। হঁাচি এটাহে ৰখালো।

তোৰ পৰভু যে নাথাকে কেনেকৈ জানিলি ?

আপুনি যে কলে।

কি কলো ?

ইয়াত নথকাই ভাল বুলি কোৱা নাই জানো ?

অ। মোৰ কথাতে তোৰ পৰ্‌ভু যাব হব পায় ?

এনেয়েও যাব মন কৰক।

কিয় ?

খিৰিকীত যে ফুটাটো হল সেইটোৱেই পৰ্‌ভুক পঠিয়াব। এইষাৰহে কলো আক।

তেতিয়া হলে আমিনো থাকিব লাগিছে কেলৈ ?

নালাগে মন কৰক।

এইসময়ত এটা ছায়ামূৰ্তি সিহঁতৰ কাষে আহিবলৈ ধৰিলে।

দেৌৱা আহিলেই মন কৰক।

ফেহু, তহঁত যোৱা নাই ?

আপোনালোকে বাট চাইছিলো মন কৰক।

বাইদেৱেৰা কলৈ গ'ল।

এয়া নহয় ? ফেহুৱে ঘূৰি চালে। কিন্তু ভাত তেতিয়া চম্পা নাছিল। সি আন্ধাৰতে হেঁপিয়াবলৈ ধৰিলে।

কি হেঁপিয়াইছ ?

বাইদেউক আকৌ।

বাইদেউৰা মাছ নেকি কিবা ? যা যা। সময় নাই। কিৰীটি শইকীয়াৰ মানুহ আহিলেই।

আপুনি একা ?

মই যাবৰ নৌ, কাম অকণ বাকী আছে শেষ কৰিহে যাম।

বস্তবোৰ ?

বস্ত কিটো আছেনো। বাকচটোহে। এয়া টুথ ব্ৰাচ আৰু টুথ পেষ্ট। তয়ে লৈ যা। বাকচটো থাওক মোৰ সাক্ষী হিচাপে। কিৰীটি শইকীয়াৰ মোক ধৰিব নোৱাৰাৰ বেজাৰ বাকচটো পাই তেওঁ অলপ পাতলিব।

তেন্তে মই যাওহে আৰু।

যাগৈ। ফেহু গুচি গ'ল।

কিৰীটি শইকীয়াৰ টেলিফোনৰ লগে লগে অনাতাঁৰ ভেন এখনে বিভাৰ-ভিউ হোটেৰপৰা অলপ আঁতৰত চাৰিজন মানুহ নমাই দি ঘূৰি গ'ল। ভাস্কৰে তাৰ কমৰপৰা দৃশ্যটো দেখিয়েই হোটেলৰ শয্যা বিদায় লবলৈ সাজু হল। সাজু সি হৈয়ে আছিল। মাথোন চিঠি এখন লিখিব লগীয়া থকাওহে যি অলপ পলম হল। এই ধৰত থকাটো যে নিৰাপদ নহয় সি সেই কথা আগতে বুজিব পাৰিছিল। খিৰিকীৰ কাঁচত বুলেটৰ খিন্দাটোৱেই বুজাই দিছিল।

কেহু হোটেলৰপৰা ওলাই যোৱাৰ পাঁচ মিনিটৰ পাছতে যি বাটে সি গৈছিল সেই বাটটো পুলিচৰ মানুহে অৱৰোধ কৰিলে।

মকৰাজালৰ দৰে এখন জাল গুঁথি পেলালে কিৰীটি শইকীয়াই। এজন নিপুণ সেনাপতিৰ দৰেই তেওঁ এখন বেহু ৰচনা কৰিলে চহৰৰ অভিজাত হোটেল ৰিভাৰভিউৰ চৌকাষে। তেওঁ গছ এজোপাৰ তলত বৈ আছে। তেওঁক বেৰি আছে জনাদিয়েক তলতীয়া বিষয়া আৰু দুজন দেহৰক্ষীয়ে। তেওঁৰ হাত এখন জেপত ভৰোৱা।

পকৰা এটাও যাতে সৰকি যাব নোৱাৰে। গ'লে মই কিন্তু কোনো ওজৰ-আপত্তি নুশুনিম। শইকীয়াই বিষয়াসকলক কৈ দিলে। আৰে সৌটোৱে মূৰ দাঙিছে কিয়? তাৰ মতলব কি? শইকীয়াই দূৰত ছাঁ এটা দেখি খেংখেঙাই উঠিলে।

ক'তা চাৰ?

সৌৱা। দেখা নাই? শইকীয়াই আঙুলিয়াই দেখুৱালে। লগে লগে পাঁচটামান টৰ্চৰ পোহৰ সেইফালে খেদি গ'ল।

কিন্তু কি দেখিব। তেতিয়াও চাৰিওফালে চকাছন্দা আন্ধাৰ। পোৰ নিগমৰ চিনিক-চামাক বস্তিৰপৰা যিকণ পোহৰ সিঁচৰতি হৈ পৰিছে তাৰে দহ হাত নিলগৰ বস্তুও ঠাৱৰ কৰিব নোৱাৰি। প্ৰকৃততে নিকপকপীয়া আন্ধাৰৰ বাহিৰে কোনেও একো নেদেখিলে। অথচ সেই মুহূৰ্ততে এটা অপ্ৰত্যাশিত ঘটনা ঘটিল যাৰ ফলত শইকীয়া আৰু তেওঁৰ দাতি-কাষৰত থকা বিষয়া আৰু চিপাহীসকলক বিচুৰ্তি কৰি পেলালে। শইকীয়াৰ ফালে এচপৰা মাটি কোনোবাই দলি মাৰি পঠিয়ালে। মাটি চপৰা এভোখৰ কাগজত মেৰিয়া আছিল। কাগজ ফালি মাটি চপৰা চূৰ্ণাকৃতি হৈ কেউফালে উফৰি গ'ল। প্ৰত্যেককে আঘাত কৰিলে।

ইয়াৰ অৰ্থ কি? আমাৰ লগত কোনোবাই চুপতি কৰিছে। তাক শইকীয়াই গুজৰি উঠিল।

চাৰ।

ক্ৰুদ্ধ কিৰীটি শইকীয়াই সহকাৰী ইন্দ্ৰজিতলৈ চালে।

মাটিখিনি শুকান চাৰ। ইন্দ্ৰজিতে কলে।

শইকীয়াই কথাটো মন কৰা নাছিল। কিন্তু শুকান বা জেকা যিয়েই নহওক লাগিল তাৰপৰা ফলাফলৰ কি তাৰতম্য হয়, তেওঁ জানিব খুজিলে।

অলপ আগতে বৰষুণ হৈ গৈছে। বেচ ভাওৰ বৰষুণ। কলে ইন্দ্ৰজিতে।

এইবাৰহে শইকীয়াই কথাটোৰ তত ধৰিব পাৰিলে। তেওঁ তললৈ চালে, যেন ইন্দ্ৰজিতৰ কথাৰ সঁচা-মিচা যাচাই কৰিবৰ মনেৰে।

যিয়েই নহওক লাগিলে, মই জানিব খুজিছো ইয়াৰ অৰ্থ কি? এয়া কাৰ কাম? শইকীয়াৰ দপদপনি একোব চৰি গ'ল।

কাৰো মুখত মাত নাই। মাত মতাৰ কাৰো মুখ নাই কাৰণ অলপ আগতে শইকীয়াই এই বয়সতো যি দৃষ্টি শক্তিৰ চিনাকি দিলে তাৰ বাবে তেওঁলোকে মনে মনে লাজ পাইছে। তেওঁ যে সঁচাই কাৰবাক চলাচল কৰা দেখিছিলে এই মাটি চপৰাই তাকে প্ৰমাণ কৰি দিলে।

ইন্দ্ৰজিতে বোধ কৰো বেলেগ ধৰণে বেলেগ বিষয়ে ভাবিছিল। তেওঁ কাগজত মেৰখাই থকা নভগা মাটি চপৰাৰ এডোখৰ ঢোতাৰ আগটোৰে টুকুৰিয়াই আছিল। মাটিৰ লদাটোৰ লগতে ফটা কাগজখিলাও ইফাল-সিফাল কৰি আছিল। হঠাতে ইন্দ্ৰজিতে চাপৰি দিলে। মাটি চপৰাৰ পৰা ফটা কাগজখিলা একৰাই পেলালে। তাৰ মাজত আছিল আৰু এখিলা কাগজ। এইখিলা কিন্তু ভাঁজ কৰা কাগজ।

অফিচাৰকিজন পাক মাৰি ঘূৰি আহিল। তেওঁলোকে জনালে যে পকৰা এটা সৰকিবৰো সন্ধি নাই। মানুহতো দূৰৈৰ কথা। ওচৰে-পাজৰে কোনো জীৱন্ত প্ৰাণীৰ অস্তিত্ব কোনেও দেখা নাই।

তেন্তে এইটো কি? ভূতে দলিয়ালে নেকি? ভেকাহি মাৰি কলে শইকীয়াই।

এইসময়ত বিকাশ বৰুৱাও আহি গ'ল। ঘটনাটো শুনি তেওঁ বিচুৰ্তি খালে। এয়াও জানো সম্ভৱ ?

সেইটো কি পালে দত্ত ? বিকাশ বৰুৱাই ইন্দ্ৰজিতক কাগজ এখন চকুৰ আগত ধৰি থকা দেখি সুধিলে।

কব নোৱাৰিছো অথোন, চাৰ। দলিৰ লগতে আহিছে। দূৰৰ বস্তিৰপৰা অহা খীণ পোহৰত তেওঁ কাগজখিলা পৰীক্ষা কৰিছিল। কাগজখিলাত হাতে লিখা আখৰ থকাটো বুজা গৈছিল। হাতে লিখা আখৰ স্কুলীয়া বা কলেজীয়া ছাত্ৰৰ পাঠ লিখা পুৰণা বহীৰ কাগজ নে অইন কিবা তাকেহে ঠাৱৰ কৰিব পৰা নগৈছিল।

অফিচাৰকিজন ৮ৰ্চ লৈ ঘূৰি অহাৰ পাছত টৰ্চৰ পোহৰত কাগজখিলাৰ বুকুত থকা আখৰখিনি এক পৰম বিস্ময় হৈ ধৰা দিলে। ইন্দ্ৰজিতে মূৰ দাঙি আকাশৰ ফালে চাই পঠিয়ালে। অৱশ্যে তেওঁ আকাশৰ অদৃশ্য তৰাবোৰক বিচৰা নাছিল। তেওঁ চাইছিল বিভাৰভিউ হোটেলৰ উচ্চ শিৰ য'ত আকাশ পৰশাৰ স্পৰ্দ্ধা দেখুৱাৰ অভিশাপত আদবাটতে ঠিহিবা লাগি আছে, সেই ফালে।

বিভাৰভিউৰ কপালৰ সোঁমাজত মহাদেৱৰ তৃতীয় নয়নৰ দৰে ধকৃধকৈ জ্বলিছে এটা বস্তি। বস্তিৰ সিপাৰে আছিল নিপোটল আন্ধাৰৰ এক অভগন পৰ্বত। ইন্দ্ৰজিতৰ ধাৰণা সেই আন্ধাৰৰপৰাই উৰি আহিছে দলিটো।

চাৰ এটা কাম কৰিব নোৱাৰোনে ? ইন্দ্ৰজিতে কলে।

কি ?

আমি এতিয়াই ভিতৰ সোমাই যাব নোৱাৰোনে ?

উচিত নহব। কিন্তু কিয় ?

মোৰ বিশ্বাস হোটেলৰ চাতৰপৰা দলিয়া হৈছে।

তুমি কব খুজিছা সেই ঘৃণিত দস্যুটো চাতত আছে ? শইকীয়াই কলে।

মোৰ দৃঢ় বিশ্বাস। ইন্দ্ৰজিতে কলে।

প্ৰমাণ ?

দলিটো মৰাৰ ধৰণৰ পৰাই মই ধাৰণা কৰিছো।

কি ধৰণ ?

দলিটো যে দক্ষিণ ফালৰ পৰা আহিছে কাগজখিলাই তাৰ প্ৰমাণ দিছে। কাৰণ দলিটো পৰি যিকালে কাগজখিলা ফাটিছে দলিটো নিশ্চয় তাৰ বিপৰীত ফালৰপৰা আহিছে। আৰু সেই ফালটো হল দক্ষিণফাল। চাওক কাগজ-খিলা এফালেহে ফাটিছে। এফালে প্ৰায় অচ্ছিন্ন অৱস্থাত আছে।

কিন্তু দক্ষিণ ফালৰপৰা দলিয়াবলৈ চল ক'ত ? অন্ততঃ এশগজৰ ভিতৰত কোনো আৰ-বেৰ নাই। পুলিচৰ এটা বেষ্টনীও আছে তাত।

সঁচা চাৰ। কিন্তু চাওক সিমান দূৰৰপৰা দলিয়া হলে মাটিখিনি ইমান গুড়ি নহলহেতেন। কাৰণ তেতিয়াহলে দলিটোৰ গতিবেগ কমি গ'লহেতেন। দলিটো ওপৰৰপৰা অহা বাবেই তাৰ গতিবেগ আছিল তীব্ৰ। সেয়ে গুড়ি হৈ গৈছে। ওপৰৰপৰা আৰু দক্ষিণ ফালৰপৰা দলিয়াৰ একমাত্ৰ থলী হল হোটেলৰ চাত।

ইন্দ্ৰজিৎ দত্তৰ বিশ্লেষণক শলাগিলে বিকাশ বৰুৱাই।

দত্তৰ ব্যাখ্যা উলাই কৰিব নোৱাৰি। সুন্দৰ বিশ্লেষণ। সন্তুষ্ট।

কিৰীটি শইকীয়াই আপত্তি নজনালেও তেওঁ মানি লোৱাৰো কোনো ইঙ্গিত নকৰিলে। বৰং এনেকুৱা ভাব এটা দেখুৱালে যে উৎসাহী লৰাটোৱে সেইদৰে ভাবিছে যদি কোনো কথা নাই। হাতে হাতে প্ৰমাণ কৰি দেখুৱাওক তেহে মানি লোৱাৰ কথা ভবা যাব।

ইতিমধ্যে পূব আকাশত ধলফাট দিলে। তাকে দেখি ওপৰৰোৱা আন্ধাৰখিনিয়ে যেন পলাই পত্ৰং দিলে। তাৰ লগতে হয়তো ইন্দ্ৰজিৎ দত্তৰ প্ৰমাণো বিলুপ্ত হৈ গ'ল।

এতিয়া আমি প্ৰবেশ কৰিব পাৰো হবলা, নহয়নে মিঃ বৰুৱা ?

কোনো লাভ নহব চাৰ। ইতিমধ্যে যি হব লাগে হৈ গৈছে। হতাশাৰ সুৰত কলে ইন্দ্ৰজিতে।

তাৰ মানে ?  চকু যোৰাকৈ ধৰিলে শইকীয়াই।

প্ৰমাণ মই দিব নোৱাৰিম চাৰ। মোৰ অনুমান প্ৰমাণেৰে সিদ্ধ কৰা নাযাব আক।

তাৰ কাৰণ ?

ৰাতিৰ আন্ধাৰত যি কাম কৰা হয় দিনৰ পোহৰত তাৰ প্ৰমাণ বৰ্তমান নথকাই সম্ভৱ, চাৰ।

তুমিও দেখিছো দিনকদিনে ৰহস্যময় হৈ উঠিছাহে ? শইকীয়াই কলে।

আপুনি তেনেকৈ ভাবিছেহে চাৰ। আমি মূল্যবান কেইমিনিটমান বিশ্বাস আক অবিশ্বাসৰ দোলাত থাকোতেই এটা সঁচা সম্ভাৱনাক হেৰুৱালো চাৰ। ইন্দ্ৰজিতৰ মাতত যি ক্ষোভ আক অভিমান প্ৰকাশ পালে তাক সকলোৱে অনুভৱ কৰিলে।

সম্ভাৱনা ?  কিহৰ সম্ভাৱনা ?  শইকীয়াই সুধিলে।

দস্যু ভাস্কৰক গ্ৰেপ্তাৰ কৰাৰ সম্ভাৱনা।

ইন্দ্ৰজিৎ দত্তৰ এই মন্তব্যই শইকীয়াক নিমাত কৰি পেলালে। তাৰ পাছত হঠাতে টিঙিৰি তুলাৰ দৰে ঘপকৈ জলি উঠিল।

সেই কথা এতিয়া কৈছা ?  আগতে কব নোৱাৰিলা ?  শইকীয়াই ফেৰপাতি ধৰিলে।

মই ভাবিছিলো আপুনি বুজি পাইছে।

মই কিবা সৰ্বজ্ঞ নেকি ?

ময়ো সৰ্বজ্ঞ নহওঁ চাৰ। কিন্তু সেই কথা ভবাৰ নিচিনা সম্বল আছিল আমাৰ হাতত।

চিঠিখন ?

সেয়াই যথেষ্ট নহয় জানো ?

অ। তুমি ভাবিছা যি আমাক চিঠি-পত্ৰেৰে নিমন্ত্ৰণ কৰি আদৰিবলৈ বৈ আছিলে তাত ?  শইকীয়াই ব্যঙ্গ কৰিলে

নাই থকা চাৰ। কিন্তু তাৰ উৰি যাবলৈ পাখিও নাই চাৰ। ইন্দ্ৰজিতে তেওঁৰ স্বভাৱ-বিৰুদ্ধ ভাবেৰে তৰ্কৰ সুৰত কলে। নোকোৱাকৈ থাকিব নোৱাৰিলে।

যি হুবলগীয়া আছিলে হৈ গ'ল। এতিয়া কি কৰা যায় তাকে থিৰ কৰক। বিকাশ বৰুৱাই শইকীয়ালৈ চাই কলে।

সি যদি অলপ আগলৈকেও হোটেলৰ চাতত আছিলে আৰু তাৰ যদি পাখিও নাই আৰু সি যদি যাদুকৰো নহয় তেন্তে সি হোটেলৰ চৌহদতে থাকিব লাগিব। উদাস দৃষ্টিৰে দূৰলৈ চাই থকা ইন্দ্ৰজিতলৈ কেঁৰাহিকৈ চাই শেষৰ কথাখিনি কৈ ঘড়ী চালে শইকীয়াই। ইতিমধ্যে কণী, কুকুৰা আৰু গাখীৰৰ যোগান লৈ চাইকেলৰ ভিৰ লাগি গৈছে হোটেলৰ আগত। কিন্তু সিহঁতে পুলিচৰ বেৰিকেড পাৰ হৈ হোটেলত সোমাব পৰা নাই।

বিকাশ বৰুৱা আৰু কিৰীটি শইকীয়াই সদলবলে হোটেলৰ ফালে আগবাঢ়ি গ'ল।

খবৰ পাই মেনেজাৰ বিলমুৰীয়া চাহাব ভৰা-নৰা ছিঙি ঢপলিয়াই আহিলে।

ঘটনা কি? বিলমুৰীয়াৰ বিস্ময়ভৰা চকুত নিৰৱ প্ৰশ্ন।

অসময়ত জগাবলগীয়া হোৱাত আমি দুঃখিত মিঃ মেনেজাৰ। আপোনাৰ হোটেলত এজন মাৰাত্মক দস্যুৱে আশ্ৰয় লৈছে বুলি আমি অতি বিশ্বাসী সূত্ৰৰ-পৰা জানিব পাৰিছো। আমি এখাৰ অনুসন্ধান কৰি চাব খুজিছো।

কি কয় চাৰ। মোৰ হোটেলত দস্যুৱে বাহ লৈছে? অসম্ভৱ চাৰ। মই প্ৰত্যেকজন আলহীক টুকুৰিয়াই টুকুৰিয়াই পৰীক্ষা কৰি লৈহে গ্ৰহণ কৰো। মই চাৰ দিল্লী, বম্বেত থাকোতে বহুত দস্যুৱে মোৰ হোটেলত আশ্ৰয় লবলৈ চেষ্টা কৰিছিল। কিন্তু ভিকল ভাই বিলমুৰীয়াৰ চকুত ধুলি দিয়া ইমান সহজ নহয় চাৰ। মই চকুলৈ চালেই গম পাই যাওঁ। এই বুলি মেনেজাৰ বিলমুৰীয়াই টপ্ টাইলৰ হাঁহি মাৰিলে।

কিন্তু আমাৰ সূত্ৰ নিৰ্ভুল। শইকীয়াৰ মাতত কৰ্তৃত্বৰ সুৰ।

আপোনালোকক খানাতালাচী কৰিবলৈ দিবলৈ মোৰ আপত্তি নাই চাৰ। কিন্তু চাৰ অনাহক মোৰ হোটেলৰ বদনাম হৈ যাব।

ইতিমধ্যে পুলিচে বিভাৰভিউ হোটেল অৱৰোধ কৰাৰ কথা চহৰত জনা-জনি হৈ গৈছে। হোটেলৰ আগত ক্ৰমে ক্ৰমে কৌতূহলী মানুহ গোট খাবলৈ ধৰিছে।

এই সময়ত হেড্ বেহেৰাজনে অলপ নিলগৰপৰা বিলমুৰীয়াৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সেমেনা-সেমেনিকৈ মাত লগালে, চাৰ।

কি হল।

চাৰ ব্ৰেক ফাষ্টলৈ কণী নাই।

নাই? নাই যদি মই কি কৰিম। মই কণী পাৰি দিব লাগে নেকি? ভেকাহি মাৰি উঠিল বিলমুৰীয়াই।

নহয় চাৰ, কণী, গাখীৰ, কটী লৈ অহা মানুহবোৰ বাহিৰত বৈ আছে।

আৰে, বাহিৰত বৈ আছে কিয়? সিহঁত ন-কইনা নেকি যে সোমাবলৈ লাজ পাইছে?

নহয় চাৰ। পুলিচে সোমাবলৈ দিয়া নাই।

দিয়া নাই? এইটো পুলিচ থানা নে চৰকাৰী জেলখানা? টিকচি বিকৃচি উঠি কলে বিলমুৰীয়াই। তেওঁ পাহৰি গ'ল যে তেওঁৰ আগতে বৈ আছে পুলিচৰ সৰ্বোচ্চ বিষয়াসকল।

কিন্তু বিলমুৰীয়াৰ সেই চেতনা আহিবলৈ পলম নহল। নিজৰ এই ভ্ৰান্তিৰ কাৰণে লাজ পালে।

ক্ষমা কৰিব চাৰ। ৰাতিপুৱা এনেকুৱাবোৰ ঘটনাৰ বাবে

ঠিক আছে। আপুনি তাৰ বাবে ভাবিব নালাগে। এইবুলি বিকাশ বৰুৱাই শইকীয়াৰ লগত পৰামৰ্শ কৰি ইন্দ্ৰজিৎ দত্তলৈ চাই কলে, দত্ত, আপুনি মানুহবোৰক পৰীক্ষা কৰি আহিবলৈ দিয়ক।

ধন্যবাদ চাৰ। যৰ একা-চেকা ধৰণৰ আলহী তুজনমান আছে চাৰ। সময়ত আহাৰ খাবলৈ নাপালে হুলস্থুল লগায়। সেইকাৰণেহে । পিছে ক'ৰ দস্যু চাৰ ? নামটো জানিব পাৰোনে ?

জানি লাভ নাই মিঃ বিলমূৰীয়া। সি মায়াবী। দস্যু ভাস্কৰ। বিকাশ বৰুৱাই কলে।

বিলমূৰীয়া উচাপখাই এখোজ পিছুৱাই গ'ল। বাৰ দিয়েক সেপ ঢুকিলে।

নাই চাৰ। তেওঁ মোৰ হোটেলত নাই। তেওঁ অতি মহৎ লোক চাৰ। তেওঁ এজন উদাৰ, মহান, মহাশয় ব্যক্তি। বিলমূৰীয়াই মুখত গোৰাদি পালে।

আপুনি চিনি পায় নেকি ? শইকীয়াই সুধিলে।

পাওঁ চাৰ। ছ'মাহমানৰ আগতে এবাৰ অনুগ্ৰহ কৰি আহি দেখা দিছিল চাৰ।

তেতিয়াই তেওঁৰ ইমানবোৰ গুণৰ পৰিচয় পাই গ'ল হব পায় ?

বিলমূৰীয়াই কেউফালে এবাৰ চকু ফুৰালে। তাৰ পাছত ফুচফুচাই কলে। তেনেকে কব লাগে চাৰ। মানুহে কোৱা শুনিছো এওঁৰ বোলে হেজাৰ-বিজাৰ কাণ আছে। সকলো কথাই তেওঁ শুনে।

বাৰু। বাদ দিয়ক সেই কথা। এইবাৰ আমাক অনুমতি দিয়ক। শইকীয়াই কলে।

এয়া আপোনালোকৰে হোটেল বুলি জানিব। তাৰ বাবে মোৰ অনুমতিৰ কোনো প্ৰয়োজন নাই চাৰ। এইবুলি অনুমতিৰ ইংগিতস্বৰূপে এফলীয়া হৈ দিলে।

হুবামুবাকৈ পুলিচৰ বিৰাট বাহিনীটো হোটেলৰ ভিতৰত সোমাই গ'ল। তুজনকৈ বিষয়াৰ অধীনত একোটা দল বিভিন্ন মহলালৈ উঠি গ'ল।

কিন্তু ক'ত সেই দস্যু ? হোটেলৰ ঘৰে ঘৰে বিছনাৰ তলে তলে বিচাৰি চলাথ কৰিলে কিন্তু শত্ৰুৰ চিন-মোকাম নাপালে। পালে নতুন চুটকেচ এটা।

গল্প-উপন্যাস আৰু বাতৰিকাকত কেইখনমান। আৰু পালে এজন চিঠি। চিঠিখন পঢ়ি শইকীয়াৰ গাত যেন জঁক উঠিল। তেওঁ চিএৰি উঠিল, সি আছে। ইয়াতে আছে।

কিৰীটি শইকীয়া তিনি মহলালৈ উঠি গ'ল। এতিয়া প্ৰায়বোৰ ঘৰৰ দুৱাৰ মেলি থোৱা আছে। আলহীসকলে যেন নিজক সভ্য নাগৰিক বুলি প্ৰমাণ কৰিবলৈকে দুৱাৰ মেলি থৈছে। মনতে ভাব—চোৰা, আমাৰ লুক-চাক কৰিবলৈ একো নাই।

সদলবলে কিৰীটি শইকীয়াই দুৱাৰমুখত এখন্তেক বৈ বৈ ভিতৰত চকু ফুৰাইছে। গৃহস্থৰ মুখলৈ চাই কাঠ-হাঁহি একোটা মাৰি সৌজন্য প্ৰকাশ কৰিছে। এঠাইত দৃশ্য এটা দেখি এক চেকেণ্ড থমকি ৰ'ল। পাছ মুহূৰ্ততে ভালুকৰ দৰে লপ-থপ কৈ লৰ মাৰিলে। সেয়া লৰ মৰা নহয়। লৰ মৰাৰ বচবৎহে। প্ৰায় ছ'টা ঘৰ পাৰ হৈ গৈ এখন দুৱাৰত টুকুৰিয়ালে।

এই ধৰণেই অঘটনবোৰ ঘটে। শইকীয়াৰ চকুৰ শলাগ লব লাগে। এনেকুৱা চকু থকাকে শেনচকুৱা বোলে।

কিন্তু আচল কথা হল ভাগ্য। কাৰ ভাগ্য কেতিয়া খৰ-বাগৰ মাৰিব তাক নজনাৰ কাৰণে বহুতে লটি-ঘটি হবলগীয়া হয়। অথচ তাক জানিবৰো কোনো উপায় নাই। তাৰ নক্সাখন থাকে লোকৰ হাতত। সেই লোকজনক মানুহে কল্পনা কৰিব পাৰে। যদিও সেই কল্পনা মিছা। কাকুতি-মিনতি কৰিব পাৰে যদিও তাৰে কোনো ফল নধৰে। তেওঁৰ নাম বিধাতা পুৰুষ।

আজি এই গাভৰুৰ কপালতো আছিল লটি-ঘটি যোগ। নহলে দীপ-লিপ মহিলাগৰাকীয়ে ভুমুকি মাৰিয়েই লুকাই পৰিব কিয়? কি দৰ্কাৰ আছিল লুকা-ভাকু কৰাৰ। আৰু তাকো দেখি পালে অইন কোনোৱে নহয়—শেনচকুৱা কিৰীটি শইকীয়াই।

কিৰীটি শইকীয়াই জীৱনত কেতিয়াবা যদি চেণ্টাৰ ফৰৱাৰ্ডত ফুটবল খেলিছিল, ক্ৰিকেট খেলৰ ফিল্ডিঙত নাম কিনিছিল, অথবা দৌৰ

প্ৰতিযোগিতাত স্বৰ্ণ-পদক পাইছিল তাক আমি কব নোৱাৰো। কিন্তু আজি শুভ প্ৰভাতত তেওঁ দৌৰৰ যি নমুনা দেখুৱালে তাক ভালুক বেচৰ জগতহে তুলনা কৰিব পাৰি ( ভালুক সমাজে মোক ক্ষমা কৰে যেন )। তেওঁক দৌৰ মৰা যিসকলে দেখিছে তেওঁলোকে দৌৰ-বীৰ উপাধি দিয়াত আপত্তি কৰিলেও তেওঁ যে ভাল চিকাৰী সেই কথা তৎক্ষণাৎ স্বীকাৰ কৰিলে। গোটেই বাহিনীটো 'শত্ৰুগুহা'ৰ দুৱাৰমুখত এক দুৰ্ভেদ্য বেৰিকেড ৰচনা কৰি পেলালে। ৰাইফেল আৰু ৰিভলবাৰবোৰ উত্তেজনাত থৰথৰকৈ কঁপিছে। উশাহসুঁতি বন্ধ কৰি সেই ৰহস্যময় দুৱাৰখনৰ ফালে একাগ্ৰ দৃষ্টিৰে চাই আছে সমগ্ৰ আৰক্ষী বাহিনীটো। সামান্য এটা ইঙ্গিত, ক্ষুদ্ৰ এটা শব্দ, বিন্দুপ্ৰমাণ এটা ফিৰিঙতিৰ মাথোন প্ৰয়োজন। এক ডজন ৰাইফেল, আধা ডজন ৰিভলভাৰ মুহূৰ্ততে গৰজি উঠিব। ছিন্ন ভিন্ন কৰি দিব বন্ধ দুৱাৰৰ অৱৰোধ। ধূলিসাৎ কৰিব দুৱাৰৰ সিপাৰে চলা অদৃশ্য ষড়যন্ত্ৰক।

দ্বিতীয়বাৰ টুকুৰিয়ালে শইকীয়াই। অধৈৰ্য্য অপেক্ষাৰ সুস্পষ্ট সংকেত প্ৰকাশ পাইছিল সেই শব্দত।

কোন ? কি লাগে ? দুটা প্ৰশ্ন উটি আহিল ভিতৰৰপৰা।

দুৱাৰ মেলক। এক চেকেণ্ড। শইকীয়াই বজ্ৰকণ্ঠেৰে আদেশ দিলে।

লাহে লাহে, ভয়ে ভয়ে দুৱাৰখন মেল খালে। দুৱাৰমুখত ৰৈ আছে ভয়াতুৰ এক মহিলা। এক দীপলিপ গাভৰু।

সঁচাই সেয়া ভয়ৰ চিন জানো ? তেওঁৰ ৰঙা ৰঙা ওঁঠৰ মাজত, তেওঁৰ কুৰঙ্গ-নয়ন দুটিৰ তৰাৰ গভীৰত, তেওঁৰ সলজ্জ দেহভঙ্গীমাৰ পূৰঠ উদ্ভালিৰ আঁৰত সেয়া জানো ভয়ৰ চিন ?

আৰু কোন আছে এই ঘৰত ? শইকীয়াই সুধিলে।

মই অকলেই আছো। গাভৰুৱে উত্তৰ দিলে।

আপোনাৰ নাম কি ?

সৰ্বেশ্বৰী শইকীয়া।

কি ?

গাভৰুৱে নামটো দোহাৰিলে।

আপুনি আপুনি । শইকীয়া হঠাতে ইমান ক্ৰুদ্ধ আৰু উত্তেজিত হৈ পৰিছিল যে তেওঁৰ মুখৰপৰা অতি অশ্লীল কথা এটা ওলাই আহিব খুজিছিল। কিন্তু ওঁঠৰ মাজত চেপি ধৰিলে শব্দটোক। তেওঁ থিৰাংকৈ ধৰি লৈছিল যে এই মহিলাই তেওঁৰ লগত মস্কৰা কৰিছে। তেওঁৰ পত্নীৰ নাম লৈ চুপতি মাৰিছে। বাকী আটায়েও কম-বেছি তেনেদৰেই ভাবিছিল।

কি হৈছে ? আপুনি ইমান খংখাইছে কিয় ? গাভৰু সুৰেশ্বৰীয়ে জানিব খুজিলে।

তোমাৰ ঘৰ ক'ত ? শইকীয়াই তুমি তামা চলালে।

ডিব্ৰুগড়ত।

ক'ত ?

চকীডিঙিত।

দেউতাৰাৰ নাম কি ?

ডাঃ অভিৰাম শইকীয়া।

শইকীয়াই আৰু এটা কথাও উচ্চাৰণ নকৰিলে। গপগপংকৈ খোজ ললে। পাছে পাছে আটাইবোৰ গুচি গ'ল। কৰিতৰটো নিশাওবাও হৈ পৰিল।

ভাগৰি-জুগৰি গৈ শইকীয়াই হোটেলৰ লাউঞ্জৰ ছোফাত হাত-ভৰি মেলি বহি পৰিল। কাষতে বহিল বিকাশ বৰুৱা।

বিলমুৰীয়াই সকলোকে কফি দিলে।

ফৰ্চ ঘুৰাই পঠিয়াই দিয়া হ'ক। কি কয় শইকীয়া ?

দিয়াই ভাল।

বিকাশ বৰুৱাই সেইমতে পুলিচ বাহিনীক বেবেকৈ ঘূৰি যাবলৈ আদেশ দিলে।

বহা ইন্দ্ৰজিৎ। শইকীয়াই ছোফা এখন দেখুৱাই কলে।

ইন্দ্ৰজিৎ বহিল।

চাওঁ চিঠি দুখন পঢ়াছোন।

ইন্দ্ৰজিতে প্ৰথম চিঠিখন পঢ়িবলৈ ধৰিলে।

"মহামহিম শ্ৰীকিৰীটি শইকীয়া ডাঙৰীয়া, আপুনি দেখিছো যথাৰ্থ খবৰ পাইছে। কিন্তু কাৰপৰা এই খবৰ পালে তাক আপুনি নাজানে। মই জানো। খুনী নিষাদে আপোনাক খবৰ দিছে। অলপ আগতে তাৰ লগত মোৰ সাক্ষাৎ হৈছিল। কিন্তু আপুনি মৰীচিকাৰ পাছে পাছে খেদি ফুৰিছে। মোক আমনি নকৰি প্ৰকৃত অপৰাধীক আপুনি চিনি পাব লাগিছিল। কিন্তু আপুনি নোৱাৰিব। গতিকে মোৰ অনুৰোধ, মোক আমনি নকৰিব। মই প্ৰতিজ্ঞা কৰিছো এসপ্তাহৰ ভিতৰতে মই 'নিষাদ'ক ধৰি দিম। অৱশ্যে মই জানো মোৰ অনুৰোধ ব্যৰ্থ হব। যদি হয় তেতিয়াহলে আপুনিও বেহাই আপায়। আপুনি অপদস্থ হব। ভাবি চাওক মোৰ কোনটো প্ৰস্তাৱ আপুনি গ্ৰহণ কৰিব। মই হোটেলত আছো আৰু থাকিমো। ইতি। আপোনাৰ মিত্ৰ—দস্যু ভাস্কৰ"।

ননসেন্স। মিত্ৰ। বাৰু দ্বিতীয়খন পঢ়াছোন। সেইখন শইকীয়াৰ ওচৰতে আছিল। জেপৰপৰা উলিয়াই ইন্দ্ৰজিতক দিলে।

ইন্দ্ৰজিতে পঢ়িলে, "শইকীয়া চাহাব, আপুনি যদি অপদস্থ হয় তেতিয়াহলে মোক মাৰ্জনা কৰিব। মই হোটেলত আছো। থাকিমো। ইতি।
—দস্যু ভাস্কৰ"

ছিপাহী আৰু অফিচাৰসকলক লৈ শেষ ভেনখনো গুচি গ'ল। আকৌ স্বাভাৱিক অৱস্থা ঘূৰি আহিল। শইকীয়াই কফিৰ কাপটো দাঙি ললে।

খপককৈ উঠি ইন্দ্ৰজিতে বিলমুৰীয়াৰ ছোফাৰ ওচৰলৈ গ'ল।

মিঃ বিলমুৰীয়া, মিছ শইকীয়া ইয়াত থকা কেইদিন হল?

বিলমুৰীয়াৰ কপাল কোঁচ খালে। তেওঁ চিন্তা কৰিবলৈ ধৰিলে।

কেই নম্বৰ ৰমত আছে তেওঁ?

বাৰষ্টি নম্বৰ। এইবুলি শইকীয়াই চালে ইন্দ্ৰজিতে। শইকীয়াই খুব জুপিয়াই সমৰ্থন জনালে।

যাই গড্। বাৰষ্টি নম্বৰ ঘৰটোতো বন্ধ। তাত মূৰচেদি পানী পৰে কাৰণে সেইটো বন্ধ কৰি থোৱা আছে।

কি ? শইকীয়াই হামবাওকাঢ়ি উঠিল। তেওঁ বিভলভাৰটো খামুচি ধৰি খটখটীৰ ফালে চোঁচা ললে।

নাযাব চাৰ। ইন্দ্ৰজিতে হাক দিলে।

কিয় ? শইকীয়াই অগ্নিদৃষ্টিৰে চাই সুধিলে।

ইমান সময় সিহঁতে তাত বহি থকা নাই চাৰ।

ছোৱালীজনী ?

নাজানো কোন। হয়তো তাৰ দলৰে কোনোবা।

কিন্তু শইকীয়াই নামানিলে। তেওঁ খটখটী বগাবলৈ ধৰিলে। বাধ্য হৈ বিকাশ বৰুৱা ইন্দ্ৰজিৎ আৰু দুজন বিষয়াও পাছে পাছে গ'ল।

ইন্দ্ৰজিতৰ কথাই সঁচা হল। দুৱাৰখন জপোৱা। চাবিৰ ফুটাটোত এটা কাগজৰ সুৰা। শইকীয়াই সুৰাটো টানমাৰি ললে। ঘৰৰ ভিতৰখন আন্ধাৰ। কাগজৰ সুৰাটো মেলি পঢ়িলে।

"মই দুঃখিত। ময়ো দস্যু ভাস্কৰক ধৰিবলৈ আহিছিলো। কিন্তু মই নিজেই ধৰা পৰি গলো। আপুনি অপদস্থ হব লগীয়া হোৱাত দস্যু ভাস্কৰৰ হৈ মই সমবেদনা জনাইছো। ইতি। নাৰী-দস্যু চম্পা।"

ইয়াৰ অৰ্থ কি ? শইকীয়াই স্বভাবসিদ্ধ ধৰণে গুজৰি উঠিল।

মনে ধৰিছে দুইটা আকৌ লগ লাগিছে। বিকাশ বৰুৱাই কলে।

তুমি বিলমুৰীয়াক আগতে সুধিব নোৱাৰিলা ? শইকীয়াই কেৰ পাতি ধৰিলে ইন্দ্ৰজিতক। যেন এই কামটো তেওঁ ইন্দ্ৰজিতক আগতে গতাই থৈছিলে।

আমিও কথাটো ভাবিব পাৰিলোহেঁতেন। বিকাশ বৰুৱাই যেন ইন্দ্ৰজিতৰ বিৰুদ্ধে অভিযোগ খণ্ডন কৰিবলৈ চেষ্টা কৰিলে।

হাতত পাই হেকৰালো। অতি চয়তান ছোৱালী। তাইকো মই নেৰিছো দেই। শইকীয়াই দাঁত কৰচি কলে।

এটা সম্ভাৱনাপূৰ্ণ অভিযান এইদৰে ব্যৰ্থ হোৱাত কিবাটি শইকীয়াই যিমান বেজাৰ পালে তাতকৈ বহুগুণ বেছি পালে অপমান। বিশেষকৈ এজনী ছোৱালীয়ে তেওঁক যেনেকৈ অৱলীলাৰে অপদস্থ কৰিলে তেওঁৰ জীৱনত তাৰ তুলনা নাই।

সেই খেদ লৈয়ে তেওঁ ঘৰলৈ উভটি গ'ল।

## ক্ৰোধৰ অগনি জ্বলিল

মানুহৰ মনৰ গতি বৰ বিচিত্ৰ। যি সময়ত ভাত এমুঠি নাপায় সিও বং বহইচৰ কাৰণে হাবিয়াস কৰে। যাৰ ধন-বিত উভৈ-নদী সি ফটা চোলা পিন্ধি ফুৰে। বিপদ যাৰ শিতানত বৈ আছে সিও কৌতুক কৰাৰ লোভ সামৰিব নোৱাৰে।

দস্যু ভাস্কৰৰ কথাও তেনেকুৱাই হল। কৌতুকৰ বাবে সি সোমনৰ পৰা পালে তিৰস্কাৰ। বাকীবোৰে কৰিলে অনুযোগ।

এইধৰণৰ খেমালি ভাল নহয়। তোৰ জীৱনটো তোৰ কাৰণে যিমানেই অপ্ৰয়োজনীয় নহওক লাগে আনৰ কাৰণে অতি প্ৰয়োজনীয়। এই কথা তই নজনা নহয়। সোমনে খঙেৰে কলে।

বিপদ হব পাৰে বুলি ভাবি মোক হোটেলৰপৰা পঠিয়াই দিলে অথচ নিজে জীয়া জুইত জঁাপ দিলে। বিয়াজে অনুযোগ দিলে।

ফেহুৱে হাঁহিয়ালে।

টোপনি ধৰিছে যদি তই শুই থক গৈ যা। বিয়াজে বিকচিনা সুৰত কলে। এইটো হাঁহিয়াৰৰ সময় নহয়।

থং কৰিছা কিয় কাইটি? হাঁহি আৰু নিজে সাজি লব পাৰি নে? নিমাখিত সুৰত কলে ফেহুৱে।

ভয়েইবা দাদাক এবি থৈ গুচি আহিলি কোন সত্তেবে ? পাৰ্থই কলে।

বাক কথা কৈছা। নাহি কিটো কৰিম ? মোক যে চি-আৰ-পি-এ পাই যিখনহে কৰিলে তুমি কিটো জানিছা। ফেহুৰে কলে।

চি-আৰ-পি-এ পাইছিল নেকি তোক ? কেনেকৈ সাৰিস্‌ ? ভাস্কৰে সুধিলে।

পৰভুৰ চৰণৰ আশীৰ্বাদত মন কৰক পিশাচৰ হাতৰপৰাও সাৰি অহা নাই জানো ? সেইলেখীয়াই কথা মন কৰক।

তেতিয়াই তই ওলাই যোৱা নাছিলি জানো ? ভাস্কৰে সুধিলে।

অলপ পলম হৈছিলে মন কৰক। বাইদেউক বিচাৰি যাওঁতেই পলম হল।

কিয় বিচাৰি গ'লি ?

পাছত আক নিবিচাৰিলো মন কৰক।

আগতেনো তই বিচাৰি গ'লি কিয় ?

সেই ধৰণে বিচৰা নাই মন কৰক। লগ পাই যাব খুজিছিলো।

পাইছিলি ?

পাইছিলো আকৌ। বাইদেৱে যোৱে যাগৈ। মই বৈছো। যোৱে তোৰ পৰভুৰ মতি-গতি বাক দেখা নাই।

মই যোৱো থাকক তেনে। পৰভুৰ গতি বুজি-বাজি থাকক। সেইবুলি মই ওলাই আহিলো। বাহিৰত দেখো ফুতেই নে পিশাচবোৰেই পিয়াপি দি ফুৰিছে। ওচৰতে মন কৰক গাঁত এটা আছিলে তাতে নামি দিলো। হে পৰভু সাত-শতকৰেও যেন নেনামক তেনেকুৱা গাঁতত। ইয়াকেহে কলো আক। এইবুলি ফেহুৰে হাত-ভৰি খজুৱাবলৈ ধৰিলে।

কি হল নো ? খজুতি উঠিল কিয় ? পাৰ্থই সুধিলে।

সুধিছাহে ? সেই যে গাঁতত নামিলো তাত মন কৰা পূন-জোং থকা হলেও সুখেৰে থাকিলোহেঁতেন।

কি আছিলেনো ?

মহ। সেইজাত মহ তুমি কেহানিও দেখা নাই মন কৰা।

তাৰ পাছত ?

সিহঁতে মোৰ চোলাটো নেফা-নেক কৰি পেলালে। সোলোকাবলৈ মন কৰিলে। নোৱাৰিলে যেনিবা দেই। ইফালে চি আৰ পিৰ বুটৰ গৰপনি শুনিছো। তেতিয়া মন কৰা মনতে ভাবিলো, চি আৰ পিৰ হাততো মৰণ আৰু মহৰ হাততো মৰণ। মানুহ হৈ মহৰ হাতত মৰিলে নাক উলিয়াব নোৱাৰিম।

আটাইবোৰে হাঁহি দিলে।

মৰিলে আৰু লাজ-কাজ কিহৰ ? বিয়াজে কলে।

উঁৱা। মৰিলেও লাজ থাকি যায়। এয়া শাস্তৰৰ কথা।

বাৰু দে। তাৰ পাছত ?

তাৰপাছত মন কৰা চি আৰ পিৰ হাততে মৰোঁগৈ বুলি থিৰাং কৰি গাঁতৰপৰা উঠিলো। ওচৰতে ভগা বালতি, নোম উঠা বেৰাচ, খৰা বাচনী আৰু কত কি পৰি আছে চাৰিওফালে। ইফালে ধলপৰ দিছে। ওচৰত মানুহ-দুনুহ চিনি পাই। তেতিয়া বুধি এটা কৰিলো। এইবুলি সি বিৰস বদনেৰে সবাৰে মুখত চকু ফুৰালে।

কি হল, মনে মনে থাকিলি যে ?

নাই থকা, মন কৰা। তেনেকুৱা বিপাণ্ডত পৰিলে মানুহে কি নকৰিবলৈ থাকে ? নহয় জানো ? ফেন্টুৱে যেন কিবা এটা কৰলৈ সঙ্কোচ কৰিছে।

কি কৰিলি নকৱ কেলৈ ? বিয়াজৰ তৰণি নাই।

ভগা বালতি এটা আৰু খৰা বাচনী এটা ললো। পেন-চোলা সোলো-কাই অইন এটা বালতিত ভৰাই গাঁতত পেলাই দিলো।

ছিঃ ছিঃ ফেন্টুকাই, সেইবুলি নাঙ্ঠ হৈ যাব লাগেনে ? তীৰ্থই তাক উচটালে।

হেৰা সকৰোপা। মোক সিমান নিলাজ নাপাবা দেই। ইয়াকেহে কলো আক।

কৰবৈ কিটো আছে, পেন-চোলা

পেনৰ তলত পেন নিপিন্ধে নেকি মানুহে। সেইলেখীয়া পেন এটা আছিলে নহয়। তাৰ ওপৰতে গামোছা এখনো আছিলে।

তেতিয়াহলে মেতৰ হৈ পৰিলি? বিয়াজে কলে।

সেইলেখীয়া ঠেকত পৰিলে মতাও মাইকী হৈ যায়। জানিচা হব পায়? মেন্তৰ হোৱাটো কি ডাঙৰ কথা। মিছা বৈহো পৰক্ত? ফেকৰে নিৰৱে কেনিবা চাই থকা ভাস্কৰৰ সমৰ্থন বিচাৰিলে।

সঁচা কথা। ভাস্কৰে সমৰ্থন জনালে।

মন কৰিছা? সেইলেখীয়াই কথা। ফেহুৰে ভাস্কৰৰ সমৰ্থন পাই থানিতাঠ হৈ বহিলে।

তাৰ পাছত? বিয়াজে তাক ভৰণি দিয়া নাই।

তাৰ পাছত মন কৰা 'ডুটি' কৰোঁগৈ বুলি আকৌ হোটেলৰ ফালে ঘূৰিলো। বোলো এই চেগতে পৰভুক বাহিৰৰ খবৰটোকে দিম গৈ। পিছে নোৱাৰিলো। এইবুলি সি হুমুনিয়া এটা কাঢ়িলে। যেন যাব নোৱাৰা কাৰণে এতিয়া আকৌ তাক শোকে খুন্দা মাৰি ধৰিছে।

ধেত্তেৰি, তাৰ পাছত কি হল নকৰ কিয়? বিয়াজে ভেকাহি মাৰি কলে।

হবলৈ আক বাকী থাকিল কিটো। যি হব লাগে হৈ গ'ল, মন কৰা।

সেই টোময়ো জানিছো। যি হল কিৰূপা কৰি তাকে কবলৈ খাটিছো। বিয়াজ অধৈৰ্য্য হৈ উঠিছে।

মন কৰা তেতিয়া চি আৰ পি এটাই খেদি আহিলে। বন্দুক টোঁৱাই ধৰি কলে, হেৰৌ তই কোন হে?

আমাৰীয়া চি আৰ পি নেকি? ভীথই সুধিলে।

কেলৈ হব। চি আৰ পি হেন্দুস্থানীহে হয় বুলি নাজানা নেকি ?

বাক তেনেকে কলে যেনিবা। তই কি কলি ? তীৰ্থই প্ৰশ্ন কৰিলে।

মই মেতৰ হে। মই কলো।

ইচ্ বাম। সেইদৰে কলি নে ? মেতৰহে হবলৈ পালি গৈ ?

সেয়া। তোমালোকে কথাবোৰ সুবুজাহে। ঠেকত পৰিলে শালপতিকে বোপাই বুলিব লাগে। মিছা কৈছো পৰভু ?

ভাস্কৰে সিহঁতৰ কথালৈ মন দিয়া নাছিল। মনটো তাৰ অইন ক'ৰবাত আছিল। তথাপি ফেহৰ প্ৰশ্নটো সি শুনিলে। হয় বুলি শলাগিলে। ফেহৰ কাৰণে সিমানেই বহুত।

তাৰ পাছত ? বিয়াজে সুধিলে।

তাৰ পাছত কলে, কৈহা যাইগা ? এইখিনিতে, মন কৰা কেনা লাগি গ'ল।

কেনা লাগিল ? কিয় বিয়াজে সুধিলে।

বুজা নাই ? এই যে কলে 'কৈহা যাইগা ?', তাৰ কি উত্তৰ দিবা ? তই নাজানিছিলি হব পায় ?

এঃ নাজানিম কিয়। তেতিয়া ঘপককৈ মনত নপৰিলে আকৌ।

তেতিয়া কি কৰিলি ?

কিবা এটা নকলেও নহয়, মন কৰা। মই কলো, বাজ ফুৰিবলৈ যাইগা। আটাইবোৰে হাঁহি দিলে।

ৰবাহে। হাঁহিবলৈ কিটো হৈছে। বন্দুকৰ খুন্দা খোৱা হলে হাঁহি ক'ৰবাত থাকিলহেঁতেন। এৰা। ইয়াকেহে কলো আক। বিকচিনা সুৰত কলে ফেহৰে।

বন্দুকেৰে খুন্দিয়ালে হব পায় ?

খন্দিয়ালে আকৌ। বোলে কিয়া বুলতাহে চালা। এই বুলি পেটত খুচি দিলে। পিছে ভালেই কৰিলে, দেই। কথাটো মনত পৰি গ'ল।

তেতিয়াহে কলো, বোলে পাযখানা চফা কৰিবলৈ যাইগা। তেতিয়া জানিছা, সি তিনি খোজ হঁহকি গ'ল। মানুহটো বামুণ হব লাগিব দেই।

তাৰ পাছত ?

বোলে খবৰদাৰ। একদম লৰচৰ নাই কৰেগা। ইয়াতে খিয়দাণ্ডা দি থাকে গা। হামি যেতিয়া শুচি যায়েগা তেতিয়া তুমিভি যায়েগা। এইদৰে কলে, বুইছানে। মন কৰা খণ্ডে মোৰ মূৰৰ চুলি পালেগৈ। ময়ো কিবা এবা ভকত বুলি ভাবিছা নেকি ? ময়ো কৈ দিলো, খিয়দণ্ডা দি থাকিবলৈ বাপেৰে মোক ভেৰা কৰি আনিছে নেকি ? সি বোলে কি বলতা ? মই কলো, বাপেৰৰ মূৰ বলতা। মোৰ খং উঠি গৈছিলে জানিছা। তাৰো উঠিছিলে। পিছে সি আক মোক মুছুৰে নহয়। সেই গতিকে কলে, ভাগ্ যাও। মই ভালেই পালো মন কৰা। ময়ো শুচি আহিলো।

আটাইবোৰে হাঁহি দিলে। হঁাহিৰ শব্দত ভাস্কৰৰ চিন্তাসূত্ৰ ছিন্ন হল।

কি হল ? ইমানকৈ হঁাহিছা কিয় ? ভাস্কৰে সুধিলে।

দাদা, আপুনি ফেহুৰ কাহিনী শুনিলে ? বিয়াঞ্জে কলে।

মই কিবা ভাবি আছিলো।

ফেহু এটা বস্তু। তোৰ ভাবনাবোৰ স্থগিত ৰাখি তাৰ কাহিনী শুনা হলে বুজিব পাৰিলেহেঁতেন সি কি বস্তু।

ফেহুৱে কিন্তু এইবাৰ সঁচাকৈয়ে লাজ পালে। সি উঠি গ'ল। হেজাৰ হলেও নিজৰ প্ৰশংসা মানুহে বেছিকৈ শুনি থাকিব নোৱাৰে। অৱশ্যে কোৱা-ভাতুৰী শ্ৰেণীৰ মানুহৰ কথা বেলেগ।

এই সময়ত কিঙা ঘূৰি আহিল। তাৰ মুখখন গধুৰ। দেখিলেই ধাৰণা হয় সি কিবা বেয়া খবৰ লৈ আহিছে।

সি ঘনাই বিয়াঞ্জলৈ চাইছিল।

আক এটা খুন হল হজুৰ। কিঙাই কলে।

ক'ত ? কোন ? ভাস্কৰে উত্তেজিত হৈ সুধিলে।

বেল দলঙৰ ওচৰত এখন হোটেলত। এজন ডেকা মানুহ।

ক'ৰ মানুহ? কোনে খুন কৰিলে?

ক'ৰ মানুহ নাজানো হজুৰ। পিছে । ফিঙাই আকৌ এবাৰ বিয়াঙলৈ চালে।

পিছে কি? ভাস্কৰে অধৈৰ্য্য সুৰত সুধিলে।

ডেকাজনক দেখিবলৈ সাইলাথ বিয়াজ কাইটিৰ নিচিনা।

এনেকুৱা এটা ঘটনা মই আশা কৰিছিলো। সময়ত বিয়াঙক আঁতৰাই দিয়াত ছুদিন পলম হল মাথোন। ভাস্কৰে টেবুলত ধকা মাৰি কলে।

মোৰ কাৰণে আন এজনৰ প্ৰাণ গ'ল। ঘটনাটোৱে বিয়াঙৰ মনটোক আতুৰ কৰি পেলালে।

পাৰওই এক হতভাগিনী মাতৃৰ বুকু উদং কৰি নিৰপৰাধী সন্তানক কাঢ়ি নিলে। কিন্তু কিন্তু মই প্ৰতিজ্ঞা কৰিছো এই নৰৰক্ত পিপাসু দানৱক মই চূৰ্ণ কৰিম। তাৰ ৰক্তপিপাসা মই চিৰদিনলৈ গুচাম। অহা চাৰিদিনৰ ভিতৰতে পৃথিৱীয়ে দেখিব এটা নৰঘাতকৰ মৰ্মান্তিক পৰিণতি। দেখিব পাপীয়ে তাৰ নিজৰ তেজেৰে কেনেকৈ নিজৰ পাপ স্খালন কৰিব লাগে। তোমালোকে মোক অকলে থাকিবলৈ দিয়া। মই ঘাতকৰ মৰণৰ খেণ গণনা কৰিম। ভাস্কৰে তাৰ সহকৰ্মীসকলক কলে।

সকলোটি ঘৰৰপৰা ওলাই গুচি গ'ল। থাকি গ'ল মাথো এটা মানুহ যাৰ অন্তৰত ক্ৰোধ আৰু প্ৰতিশোধৰ অগনি প্ৰজ্বলিত হৈছে। যাৰ ক্ৰোধ আৰু প্ৰতিশোধৰ অগনিৰে নিৰ্মিত হব অসুৰ দলনৰ অমোঘ বজ্ৰ।

ৰতাহ কঁপিছে।

## চম্পা আৰু ভাস্কৰৰ ছলনা

এই ব্যৰ্থতাই শইকীয়াৰ মনত বৰ আঘাত দিলে। এই ব্যৰ্থতাৰ কাৰণে নিজকে তেওঁ বহুলাংশে দায়ী কৰিলে। বিকাশ বৰুৱায়ো প্ৰকাৰান্তৰে তেওঁৰ গাতে সকলো দায়িত্ব জাপি দিলে।

কিন্তু কাৰণ কি? নিজৰ বুদ্ধিৰ ওপৰত অত্যধিক আস্থা? কথাটো হয়তো মিছা নহয়। নহলে দস্যু ভাস্কৰৰ প্ৰথম চিঠিখন পোৱাৰ পাছত ইন্দ্ৰজিতে যেতিয়া নিয়ম ভঙ্গ কৰি হোটেলত প্ৰবেশ কৰিবলৈ কৈছিল তেতিয়া সেই কথা আওকাণ নকৰা হলে হয়তো ঘটনা বেলেগ হলহেঁতেন। হয়তো নহলহেঁতেন। কিন্তু সেই কথা অপ্ৰমাণিত থাকি গ'ল। থকাৰ কাৰণে তেৱেঁই দায়ী। তাৰ পাছতো তেওঁ এটা ভুল কৰিছিল। খানাতালাচী কৰোতে মেনেজাৰক লগতে লৈ যাব লাগিছিল। তেতিয়াহলে চম্পাৰ এই প্ৰবঞ্চনা ধৰা পৰি গ'লহেঁতেন। এইটো কোনো বিশেষ বুদ্ধিৰ কথা নাছিল। তথাপি সময়ত সেই বুদ্ধিকণো তেওঁৰ মনত নেখেলালে। এই বুদ্ধিভ্ৰংশৰ কাৰণ কি? সেয়া জানো তেওঁৰে অৱহেলা নহয়? অত্যধিক আত্মবিশ্বাসৰ ফল নহয়?

কিন্তু বিকাশ বৰুৱা বা ইন্দ্ৰজিতেওতো তেওঁক সোঁৱৰাই দিব পাৰিলেহেঁতেন। নিদিলে কিয়? তেওঁলোকেও হয়তো কথাটো ভবা নাই। এই অভিযানৰ সকলো দায়িত্ব তেওঁৰ ওপৰতে এৰি দিছিল। কিন্তু ইন্দ্ৰজিৎ? তেওঁ যি কথা সুধিলে সেই কথা আগতে নুসুধিলে কিয়?

হঠাতে তেওঁৰ মনটোত এটা কথা গাজিলে।

দস্যু ভাস্কৰ বা চম্পাৰ ওপৰত ইন্দ্ৰজিতৰ দুৰ্বলতা নাইতো?

এই কথা তেওঁ আনকালে ভবা নাই। কিন্তু আজি ভাবটো আহিল। অহাৰ লগে লগে অতীতৰ বহুত ঘটনাৰ কথাও মনলৈ আহিল। দস্যু ভাস্কৰৰ সম্পৰ্কে নানান আলোচনা। আজি সেই আলোচনাবোৰক তেওঁ ফঁহিয়াই চাবলৈ ধৰিলে। ফঁহিয়াই চাওতে ইন্দ্ৰজিতৰ দুই এটা মন্তব্য, কিছুমান যুক্তি দস্যু ভাস্কৰৰ ফলীয়া যেনেই অনুমান হল। তাত ভাস্কৰৰ প্ৰতি শ্ৰদ্ধাৰ ভাব প্ৰকাশ পোৱা যেন লাগিল।

তেন্তে কি ইন্দ্ৰজিতে দস্যু ভাস্কৰ আৰু চম্পাক পলাবলৈ সময় দিবৰ কাৰণেই পলম কৰিছিল?

কিন্তু দস্যু ভাস্কৰ জানো আছিল তাত ? নিজকে প্ৰশ্ন কৰিলে শইকীয়াই। হয়তো আছিল। হয়তো নাছিল। কিন্তু সিহঁতৰ মাজত যে এটা সম্পৰ্ক আছে—এটা বুজাবুজি আছে চিঠিতেই তাৰ প্ৰমাণ। দস্যু ভাস্কৰেও তাৰ দ্বিতীয় চিঠিত লিখিছে 'মই হোটেলতে আছো। থাকিমো।' তাৰ এই দম্ভ অবিশ্বাস কৰাৰ কোনো কাৰণ নাই। সি নথকা হলে চম্পাও নাথাকে।

চিন্তাটো তেওঁৰ মনৰ গভীৰত সোমাই গ'ল। ইন্দ্ৰজিতৰ বিষয়ে এটা সন্দেহে তেওঁৰ মনৰ যাতনা বেছিহে কৰিলে।

চক্ৰান্ত। চক্ৰান্ত। তেওঁৰ ঘৰতে তেওঁৰ বিৰুদ্ধে এক বিশাল চক্ৰান্ত চলিছে।

হঠাতে গাড়ীখন ৰৈ দিলে। জোকাৰত তেওঁৰ চিন্তাসূত্ৰ ছিগি গ'ল। দেখিলে তেওঁ ঘৰ পালেহি। শইকীয়া নামি গ'ল।

কিন্তু সৰ্বেশ্বৰীৰ কি হল ?

সৰ্বেশ্বৰী বৈঠকখানাৰ ছোফা এটাত বহি আছিল। মুখত এটা পৰম তৃপ্তিৰ বহণ। বৰ অন্যমনস্ক। শইকীয়া যে ঘৰ সোমাইছে, তেওঁৰ ওচৰতে ৰৈ তেওঁলৈ অবাক-বিস্ময়েৰে চাই আছে সৰ্বেশ্বৰীয়ে গমেই পোৱা নাই। তেওঁ যেন এটা মধুৰ স্মৃতিৰ মাজত সাঁতুৰি নাদুৰি আছে।

তোমাৰ কি হল ? বিৰক্তিখিনি লুকুৱাব নোৱাৰিলে শইকীয়াই।

এ। আপুনি কেতিয়া আহিলে ? ছেঃ। অলপ আগতে অহা হলে লগ পালেহেঁতেন।

কাক ? শইকীয়াই আচৰিত হৈ সুধিলে।

আপোনাৰ বন্ধুৰ ছোৱালী।

ক'ৰ বন্ধু ?

ডিব্ৰুগড়ৰ।

শইকীয়াই যেন সাপ দেখি উচাপ খাই উঠিল।

কি নাম ?

অভিৰাম শইকীয়া। ভাস্কৰ।

ছোৱালীজনীৰ নাম কি ? একে উশাহে সুধিলে শইকীয়াই।

আপুনি নাজানে যদি শুনিলে আচৰিত হৈ যাব।

আঃ। পাতনি এৰি নামটো কোৱাছোন আগতে।

মোৰে সৈতে একে। সাইলাখ একে।

সৰ্বেশ্বৰী শইকীয়া ?

অঁ।

হায় সৰ্বেশ্বৰী শইকীয়া! তুমি যদি জানিলাহেঁতেন তোমাৰ নামটোত কি এক মৰ্মান্তিক প্ৰহসন লুকাই আছে তেতিয়াহলে তোমাৰ মুখত হাঁহি নোলালহেঁতেন।

নামত আকৌ কি প্ৰহসনটো বিচাৰি পালে ? কি যে মিঠা ছোৱালী, লৰাটোও তেনেকুৱাই। কিমান সাদৰী। খুৰীদেউ বুলি দুয়ো সেৱা কৰিলে

ৰবা। ৰবা। লৰাটোক আকৌ ক'ত পালা ?

দুয়ো একেলগে আহিছিলে। আপোনাক লগ ধৰিব নোৱাৰি বৰ বেজাৰ কৰিলে। ৰবও নোৱাৰে। কলিকতালৈ যাবলৈ আহিছে। প্লেনত যাব।

বুজিছো। এক নিৰ্মম ঠাট্টা। নিষ্ঠুৰ অপমান।

কিখন বকিছে আপুনি ?

সৰ্বেশ্বৰী শইকীয়া, তুমি নামৰ মোহত ভোল গ'লা। প্ৰায় দুকুৰি বছৰ ভাৰতৰ এজন বিখ্যাত ডিটেকটিভৰ ঘৰণী হৈয়ো শত্ৰু-মিত্ৰ চিনিবলৈ নিশিকিলা। মোৰেই কপাল। শইকীয়া হতাশাত ভুকুৱা হৈ বহি পৰিল।

জানো, আপুনি কিখন কৈছে মই একো বুজা নাই।

নুবুজা। বুজা হলে সিহঁতক যাবলৈ নিদি মোক খবৰ দিলাহেঁতেন। সিহঁতক ঘৰত বহুৱাই দুৱাৰত তলা লগালাহেঁতেন।

আপোনাক খবৰ দিবলৈ মহেনক পঠিয়াব খুজিছিলো। সিহঁতে হাক দিলে। বোলে ৰবলৈ সময় নাই। আনকালে লগ ধৰিব।

ঠিকেই কৈছিলে। কিন্তু তুমি কি কৰিলা ? হাতৰ মুঠিত পায়ো এৰি দিলা।

কাক হাতৰ মুঠিত পাই এৰি দিলো ?

দস্যু ভাস্কৰ আৰু নাৰী দস্যু চম্পাক।

কি কৈছে আপুনি ?

সঁচা কৈছো সৰ্বেশ্বৰী শইকীয়া। তুমি-মই জীয়াই থকা দৰেই সঁচা। তুফটাৰ আগতে। সিহঁতে মোক অপদস্থ কৰিলে। এই সৰ্বেশ্বৰী শইকীয়াই মোক প্ৰতাৰণা কৰি পলাই গ'ল। পলাই মোৰ ঘৰতে আশ্ৰয় ললে। সিহঁতৰ সাহ-আৰু চাতুৰী দেখি মই অবাক হৈছো।

এই সময়ত অকস্মাতে বিকাশ বৰুৱাক অহা দেখি শইকীয়া আচৰিত হল।

খবৰ পাইছেনে শইকীয়া ? বিকাশ বৰুৱাই কোনো ভূমিকা নকৰাকৈয়ে প্ৰশ্ন কৰিলে।

কিহৰ ? আচৰিত হৈ সুধিলে শইকীয়াই।

আৰু এটা খুন হল।

ক'ত ?

বসুন্ধৰা হোটেলত। এজন বিদেশী যুৱকক খুন কৰিলে।

কেতিয়া ?

যোৱা নিশা। সম্ভৱতঃ শেষ নিশা। এই ক্ষেত্ৰতো 'নিষাদ'ৰ ছুৰী। লগতে এখন চিঠি।

চিঠি ?

হঁ। চিঠিখন তাৎপৰ্য্যপূৰ্ণ। চিঠিখনত দস্যু ভাস্কৰক সম্বোধন কৰি কোৱা হৈছে, 'নিষাদ'ৰ বিৰুদ্ধতাৰ এয়া হেনো প্ৰথম বলি। বিকাশ বৰুৱাই কলে।

তেন্তে 'নিষাদ' আৰু দস্যু ভাস্কৰ একে ব্যক্তি নহয় ? শইকীয়াই চিন্তিত-ভাৱে কলে।

নহয়বে তাৰ প্ৰমাণ জানো নিশাই পোৱা নাই শইকীয়া। আমি

হোটেলত দস্যু ভাস্কবৰ অস্তিত্বৰ প্ৰমাণ জানো পোৱা নাই? বকৰাই কলে।

কিন্তু নিহত যুৱকজন জানো দস্যু ভাস্কবৰ মানুহ। শইকীয়াই সুধিলে।

তাৰ কোনো প্ৰমাণ নাই।

এনেকুৱাতে শইকীয়াৰ ফোনত ৰিং হল।

হেলো।

অঁ। কৈছো। কোন আপুনি?

কি? আকৌ কি চুপতি মাৰিব খুজিছা?

তুমি মোৰ ঘৰৰ শান্তি নষ্ট কৰিছা। তোমাৰ লাজ থকা উচিৎ।

জানো জানো। সেইবোৰ সদগুণ থকা হলে দস্যু বৃত্তি

খাট আপ।

কি?

খুন হৈছে যদি মই কি কৰিব লাগে?

তোমাৰ ছলনাৰ অন্ত নাই। এয়া যে তোমাৰেই কাম নহয় তাৰ প্ৰমাণ কি?

তুমি সিমান বিতং বতৰা ক'ত পালা? তুমি এতিয়া ভাললি বোলাব খুজিছা?

কিন্তু, মই তোমাক বেহাই নিদিওঁ। তুমি মোৰ ঘৰৰ শান্তি নষ্ট কৰিছা।

কি?

হয়নেকি? বুজিছো বেয়া নহয়।

পুলিচ বাহিনী তোমাৰ চাকৰ নেকি?

অসভ্য, বৰ্বৰ। এইবুলি খটকৈ ফোনটো থৈ দিলে।

এই দস্যুটোৰ উদ্ভতালি অসহ্য। শইকীয়াই ক্ৰুদ্ধ মন্তব্য কৰিলে।

কি কলে?

দেশদ্ৰোহী আজে-বাজে কথা। জানে, বিভাৰভিউৰপৰা পলাই ছুইয়াই

মোৰ ঘৰত ব্ৰেকফাষ্ট কৰি গৈছে? আৰু এই ভদ্ৰমহিলাই মোৰ বন্ধুৰ লৰা-ছোৱালী বুলি দুয়োকেই আলহ-উদহ'ক খুৱালে। এইবুলি অদূৰত বহি থকা সৰ্বেশ্বৰীলৈ আঙুলিয়াই কলে শইকীয়াই।

বিকাশ বৰুৱাই নাহাঁহি নোৱাৰিলে।

সঁচাই, বিচিত্ৰ চৰিত্ৰৰ দস্যু। কিন্তু তেখেতক দোষাৰোপ কৰি লাভ কি? তেখেততো চৰকাৰী চাকৰিয়াল নহয়।

কিন্তু তেওঁ এজন চৰকাৰী চাকৰিয়ানৰ অৰ্দ্ধাঙ্গিণী।

অৰ্দ্ধাঙ্গিণীহে, পূৰ্ণাঙ্গিণীতো নহয়।

নিজে ডকাইত ধৰিব নোৱাৰিব আৰু ও পৰিব মোৰ পিঠিত। মই কেনেকৈ জানিম কোন কি? আহিছে। আলহী সুধিছো। তাতে আকৌ ইমান কথা কিহৰ। মই থকা কাৰণে আপোনাৰ ডকাইত ধৰাত অসুবিধা হৈছে যদি ... নিদিয়ে কিয়? মই যলৈকে মন যায় গুচিযাম। সদায় এইদৰে কেটেৰা-জেঙেৰা খাই থাকিবলৈ মোৰ কি দায় পৰিছে? কোনেৰা খুন কৰিলে, ডকাইতি কৰিলে তাৰ খবৰ নাই। দস্যু ভাস্কৰ দস্যু ভাস্কৰ বুলি আলাসতে গদা ঘূৰাই মৰিছে। এইবুলি সৰ্বেশ্বৰী উচাট মাৰি উঠি গুচি গ'ল।

দেখিলে? মোৰ ঘৰে পৰে কেনেকুৱা লেঠা? এতিয়া বৈণীকে চম্ভালো নে খুনীকে বিচাৰো।

আপুনি তেখেতৰ কাষত হকা-বধা নকৰিব। তেওঁ নিশ্চয় জানি-শুনি এনে কাম নকৰে যাতে আপোনাৰ অকল্যাণ হব পাৰে।

এই ধৰণৰ মানুহবোৰক আলৈ দিয়া জানো উচিত?

তেখেতে তো সিহঁতক চিনি নাপায়।

এই কথাত শইকীয়াই কোনো উত্তৰ নিদিলে। বোধ কৰো নিজৰ ভুলটো ধৰিব পাৰিয়েই মনে মনে থাকিল।

ভাস্কৰে কি কলে?

কি আৰু। তাৰ ষিটো ধৰণ। সুধিছে আমি 'নিষাদ'ৰ বিৰুদ্ধে কি ব্যৱস্থা লৈছো। যেন সিহে আমাৰ মালিক।

সি নিজে নিষাদ'ক চিনিব পৰা নাই ?

দাংকোপ মাৰি কলেতো সাত দিনৰ ভিতৰত তাক ধৰি দিব।

সঁচা ?

কলেতো তেনেকৈ।

তেন্তে সাজু থাকক শইকীয়া। সি দাংকোপ মৰা নাই। কাৰণ সি বুজিব পাৰিছে 'নিষাদ'ক ধ্বংস কৰিব নোৱাৰিলে তাৰো পৰিত্ৰাণ নাই। ভেকাজনৰ বিষয়ে কিবা কলেনেকি

বেজাৰ কৰিলে। তাৰ মানুহ বুলি ভুলকৈ হত্যা কৰা বুলি কলে।

তাকেই কৈছো এইবাৰ ঘাইতে হাত পৰিছে। 'নিষাদ'ৰ লীলা-খেলা হয়তো এইবাৰ চিলিম ছিগিব।

শইকীয়াই এই কথাৰ ওপৰত কোনো মন্তব্য নকৰিলে। মহেনে কফি আৰু জলপানৰ ট্ৰে লৈ প্ৰবেশ কৰিলে। মুখখন তাৰ শাৰণৰ আকাশৰ দৰে গোমোৰা।

## মৰীচিকাৰ পাছে পাছে নিষাদ

নিজকে শ্ৰেষ্ঠ বুধিয়ক বুলি নভবা মানুহ এই পৃথিৱীত বোধ কৰো সঁচাই বিৰল। যি যিমান বেছি নিৰ্বোধ, নিজৰ ওপৰত তাৰ সিমানেই বেছি আস্থা থকা দেখা যায়। তাৰ ফলত নিজৰ, সমাজৰ আৰু কেতিয়াবা দেশৰ জীৱনতো অপায়-অমঙ্গলৰ সূত্ৰপাত হয়।

এইবোৰ নিবোধৰ কোনোবা হয়তো চহকী, কোনোবা হয়তো উচ্চাভিলাষী, কোনোবা হয়তো পাশৱিক চৰিত্ৰসম্পন্ন। এইবোৰ মানুহে সততে নিজৰ মঙ্গলতকৈ অমঙ্গলহে বেছিকৈ কৰে। ইহঁতৰ আবিৰ্ভাৱ আৰু অন্তৰ্ধান ধূমকেতুৰ দৰেই আকস্মিক আৰু ক্ষণস্থায়ী। কিন্তু এই ক্ষন্তেকীয়া সময়খিনিতে সিহঁতে

বহুত লোকচান কৰি থৈ যায়। সম্পদ, জীৱন আৰু সমাজৰ বিপুল অপকাৰ সাধে। বহুতো বেদনা আৰু অশ্ৰুপাতৰ কাৰণ হয়।

তেনেকুৱাই এটা নিৰ্বোধ-আনন্দত মত্তলীয়া হল 'নিষাদ'। নকল বিয়াজক হত্যা কৰি সিঁহতে পৰম আনন্দ লভিলে। সিঁহতে ধৰি ললে যে এইবাৰ দস্যু ভাস্কৰে আৰু সিঁহতক জোকাবলৈ সাহ নকৰিব। কিৰীটি শইকীয়াই যে সিঁহতক ঢুকি নাপায় সেই বিষয়ে বহুত আগতে সিঁহতে নিশ্চিত হৈ পৰিছিল। এতিয়া সিঁহতৰ শেষ শত্ৰু দস্যু ভাস্কৰো নিধন হল।

সিঁহতে প্ৰথমতে বিয়াজকে দস্যু ভাস্কৰ বুলি ধৰি লৈছিল। বিভাৰভিউ হোটেলত্তে তাক হত্যা কৰিলেহেঁতেন কিন্তু সি যেতিয়া ভাস্কৰৰ কোঠাত সোমাল তেতিয়া তাৰ ওপৰত সিঁহতৰ চকু আছিল। সি বাহিৰৰ পৰা যি সংকেতেৰে ভাস্কৰক জাননী দিছিল তাকো সিঁহতে মন কৰিছিল। সিঁহতৰ লক্ষ্য আছিল বিয়াজ। কিন্তু এসময়ত সিঁহতে আৱিষ্কাৰ কৰিলে যে বিয়াজ হোটেলত নাই। তেতিয়াই সিঁহতে ৰণবীৰ সিং নামেৰে মানুহটোক সন্দেহ কৰিলে। সিহঁতে বিয়াজৰ সংকেত ব্যৱহাৰ কৰি ৰণবীৰ তথা ভাস্কৰৰ কোঠালীত প্ৰবেশ কৰিলে। তাত ব্যৰ্থ হৈ ততালিকে কিৰীটি শইকীয়াক লগাই দিলে।

ইফালে ৰঞ্জন হালদাৰ নামেৰে এজন যুৱক সেইদিনাই বত্নগিৰি হোটেলত উঠিলে। তেওঁ এজন মেডিকেল ৰিপ্ৰেজেনটেটিভ। বিয়াজৰ ছদ্মবেশী চেহেৰাৰ লগত তেওঁৰ বহুতখিনি মিল আছিল। যি সামান্য অমিল আছিল তাক সাধাৰণ চকুত ধৰা নপৰে। সেয়াই হল তেওঁৰ কাল। 'নিষাদ'ৰ মানুহে তেওঁক নাইট শ্ব চিনেমাৰপৰা ওলাই আহোতে দেখা পাই হোটেল-লৈকে অনুসৰণ কৰিলে।

সিহঁতে যেতিয়া বিয়াজক নাপালে আৰু ভাস্কৰক কাবু কৰিব নোৱাৰি থুৰি গ'ল তেতিয়াই সিহঁতে ধৰি ললে যে বিয়াজে বিভাৰভিউ হোটেলৰ পৰা আহি বত্নগিৰিত আশ্ৰয় লৈছে।

প্রতিহিংসাৰ তাড়নাত সিহঁতৰ বিবেক-বুদ্ধি প্ৰায় লোপ পাই গৈছিল। এই যুৱকজনৰ সম্পৰ্কে বিচাৰ-খোচাৰ কৰাৰ কথা সিহঁতে এবাৰো চিন্তা নকৰিলে। সিহঁতৰ ওচৰত মানুহৰ জীৱনৰ মূল্য ইমানেই নগণ্য। ইয়াকে বোলে নিৰ্বোধৰ আত্মবিশ্বাস।

আমি এবাৰ 'নিষাদ'ৰ গোপন কক্ষত ভুমুকি মাৰিলেই সিহঁতৰ নিৰ্বুদ্ধিতাৰ প্ৰমাণ পাম।

বাহিৰৰপৰা দেখিলে ধাৰণা হয় ঘৰটো যেন সাজি শেষ হোৱা নাই। ঘৰটো এতিয়াও কংকাল হৈয়ে আছে। গাত মঙহ লগা নাই। অকল বাহিৰৰ পৰাই নহয় আগফালৰ ঘৰবোৰত সোমালেও তেনে ধাৰণাই হব। কিন্তু ভিতৰফালে সোমাই গলে সম্পূৰ্ণ বেলেগ ধাৰণা হব।

তিনি মহলাৰ পাছফালৰ দুটা কোঠালীৰ বাহিৰ অংশ দেখি যিমান বিতৃষ্ণা লাগিব সিমানে বিস্ময় লাগিব ভিতৰ সোমালে। এই দুটা কোঠালীৰ ভিতৰখন ইমান বিতোপন যে ধাৰণা হব এয়া যেন চৰম বিলাসী কোনো ধনী লোকৰ আধুনিক প্ৰাসাদহে।

তাৰে এটা ঘৰত এযোৰা নাৰী-পুৰুষ। মখমলৰ ফুলাম চাদৰেৰে ঢকা কুসুম কোমল ভাঠ ফ'মৰ বিচনাত শায়িতা এক নাৰী। ফ'মৰ কোমলতাত পোত গৈ আছে নাৰীৰ নিম্নাঙ্গ। কোমল গাৰুৰ ওপৰত কিলাকুটিত ভেজাদি গালখন হাতৰ তলুৱাত থৈ কাতি হৈ শুই আছে তেওঁ। গাত-ক্ৰকেডৰ ফুলাম চেমিজ, চুলিখিনি সহস্ৰ ফণিনীৰ দৰে সিঁচৰতি হৈ আছে মুখৰ কেউপিনে। মুখখন যেন মেঘে ঢকা চন্দ্ৰমা। চকু এলাহত নিষ্প্ৰভ। গুলপীয়া ওঁঠবোৰ কাঁচি বেলিৰ ভীক পৰশত ফুলিবলৈ ধৰা নিয়ৰত তিতা পদুম পাহিৰ দৰে সেমেকা। বিছনাৰ কাষতে বহি আছে এজন যুৱক। ওখ-পাখ। সুঠাম দেহী। তেজ-গোৰা তেওঁৰ বৰণ। আনন্দত উজ্জল মুখ। চকুত আদম্য কিবা পিপাসা।

তেনেকৈ নাচাবা জিয়া। শায়িতা বেজিনাই কপট কোপ প্ৰকাশ কৰি কলে। পুৰুষজনৰ আচল নাম নবাৰ বছল। বেজিনাই জিয়া বুলি মাতে।

এনে শুভদিন আমাৰ জীৱনত কেইটা আহিব ৰেজিনা ? যুৱকে কলে।

আহিব জিয়া। এয়া জীৱনৰ আৰম্ভণিহে। দস্যু ভাস্কৰ নিধন হবলৈ আছেই।

তাৰ দৰ্কাৰ নহব। আমিয়েই প্ৰথম তাৰ দলৰ ওপৰত হাত দিব পাৰিছো। গতিকে এবাৰ যেতিয়া হাত পৰিল দুনায়ো পৰিব পাৰে। মানুহটো চতুৰ। সি নিশ্চয় আকৌ আমাক ভোকাবলৈ নাহে।

ৰেজিনাই তাৰ কোনো উত্তৰ নিদিলে। চকু মুদি যেন কিবা স্মৰণ কৰিবলৈ চেষ্টা কৰিলে। তাইৰ মুখৰ বৰণ সলনি হবলৈ ধৰিলে। তীক্ষ্ণদৃষ্টিৰে চালে ধাৰণা হব তাই যেন সমাজিক দেখিছে। এক মনোৰম স্বপ্নত বিভোৰ হৈ পৰিছে।

কি ভাবিছা ৰেজিনা ? জিয়াই বাধা দিলে।

ৰেজিনাই চকু মেলি চালে। আধা ফুলা পদুমপাহ যেন পূৰ্ণ প্ৰস্ফুটিত হল। চুটিকৈ এটা হুমুনিয়া কাঢ়িলে ৰেজিনাই।

একো নাই ৰবা জিয়া। হাঁহিবলৈ ব্যৰ্থ চেষ্টা কৰি কলে।

মিছা কথা। জিয়াৰ কথাত অভিমানৰ সুৰ।

সঁচা জিয়া।

বিশ্বাস নকৰো। তুমি লুকুৱাইছা।

ৰেজিনাই মোলানকৈ হাঁহিলে।

মাইকীমানুহৰ চব কথা পুৰুষৰ আগত কব নোৱাৰি জিয়া।

জানো। দিনকদিনে তুমি আঁতৰি গৈছা। মই কালিৰে পৰা মন কৰিছো বাৰে বাৰে তুমি অন্যমনস্ক হৈ পৰিছা।

মোৰ টুপীটোৰ কথা ভাবি বেজাৰ লাগিছে।

বেজাৰৰ কোনো চিন তোমাৰ মুখত নাই ৰেজিনা।

বাক জিয়া, ইমান ওচৰৰপৰাও দস্যু ভাস্কৰৰ গাত গুলীটো লগাব নোৱাৰিলা কিয় কোৱাচোন ?

প্ৰশ্নটো শুনি জিয়াৰ কপালখন কোঁচ খালে।

তুমি মোৰ যোগ্যতা সম্পৰ্কে সন্দেহ কৰিছা? জিয়াই ঘূৰাই প্ৰশ্ন কৰিলে।

তেনেকৈ কিয় ভাবিছা? কিন্তু কথাটো আচৰিত হ'বলগীয়া নহয় জানো?

সি বুজিব পাৰি কাতি হৈ দিছিল।

এটা বুলেটৰ লগত ফেৰ মৰা সাধাৰণ কথা নহয়। সি ঘটনাটো কি হ'বলৈ গৈছে বুজিব পাৰি অসাধাৰণ তৎপৰতাৰে কাতি হৈ দিলে। ইয়াকে লোকে 'বিজুলী বেগ' বোলে, নহয় জানো? অথচ তুমি গমেই নাপালা যে সি তোমাৰ আঙুলিৰ তৎপৰতা আগতে বুজি পাইছিল?

উত্তেজনাৰ মুহূৰ্তত। তাতে তুমি মজিয়াত পৰি গৈছা।

কিন্তু তাৰ হাতততো কোনো অস্ত্ৰ নাছিল।

দ্বিতীয়বাৰ সি ৰক্ষা নাপালেহেঁতেন। ছোৱালীজনীয়ে সকলো পণ্ড কৰি দিলে। জিগাৰ মাত অভিমানত গধুৰ।

খিলখিলকৈ হাঁহি দিলে ৰেজিনাই।

তোমাৰ কাৰণে বৰ বেজাৰ লাগিছিল মোৰ। দামী অস্ত্ৰটো পেলাই থৈ আহিলা।

তুমি মোক ঠাট্টা কৰিছা?

ঠাট্টা কিয় কৰিম? মোৰ টুপীটোও থৈ আহিব লগা হোৱা নাই জানো?

বাৰু জিয়া, সেই ছোৱালীজনী কোন জানানে?

নিশ্চয় কোনো বেয়া ছোৱালী।

মোৰ নিচিনা, নহয়নে?

তুমি কিয় বেয়া হবা?

তোমাৰ নিচিনা এজন পুৰুষ মোৰ দলত আছে যে।

ৰেজিনা, তুমি মোক অপমান কৰিছা। খংখাই জিয়াই উচাট মাৰি উঠি

যাব খুজিলে। কিন্তু ৰেজিনাই তাৰ হাত এখন থাপমাৰি ধৰি খিলখিলকৈ হাঁহি দিলে।

তোমাৰ কথাই কথাই খং। বহাছোন। ৰেজিনাই আব্দাৰৰ সুৰত কলে। জিয়াই বোধ কৰো এইটোকে প্ৰত্যাশা কৰিছিলে। সি বহিলে।

ছোৱালীজনী আচৰিত ধুনীয়া, নহয়নে ?

মই দেখা নাই।

মই দেখিছো। একুৰা জীয়া জুই।

আমি অপ্ৰস্তুত অৱস্থাত আছিলো তেতিয়া।

জানো। কিন্তু জুই সকলো অৱস্থাতে জুই হৈয়ে থাকে। আৰু দস্যু ভাস্কৰ। যেন কোনো নিপুণ শিল্পীয়ে শিহত খোদাই কৰা অনিৰ্বাণ যৌৱনৰ এক অপৰূপ মূৰ্তি। কথাখিনি কওঁতে ৰেজিনা আকৌ অন্যমনস্ক হৈ পৰিল।

তুমি মুগ্ধ হৈ পৰিছা ?

পিস্তলৰ আগতো কেনে অবিশ্বাস্য নিৰ্ভীকতাৰে থিয় হৈ আছিল ভাবিব-লৈকো অবাক লাগে। পিস্তলটো যেন তাৰ চিনাকি। দুয়োৰো মাজত যেন কিবা বুজাবুজি আছে। জিয়াৰ প্ৰশ্ন কাণৰিকাটি গৈ কলে ৰেজিনাই।

দস্যু ভাস্কৰৰ গুণ গাবলৈ ভাল লাগিছে হব পায় ? জিয়াই কলে।

ৰেজিনাই গম্ভীৰ মুখেৰে চালে তাৰ ফালে। তাৰ পাছত হাঁহি দিলে। কিন্তু উচ্ছ্বাস নাছিল।

গুণীৰ গুণৰ আদৰ নকৰাটো দুৰ্বলতা জিয়া।

তুমি প্ৰমাণ কৰিব খুজিছা যে মোতকৈ দস্যু ভাস্কৰৰ যোগ্যতা বেছি ?

কেতিয়াও নাই কৰা। তোমাৰ যোগ্যতা তোমাৰ দৰে। তাৰ যোগ্যতা তাৰ দৰে। কিন্তু সি মোৰ দলত যোগ দিলে মই তাক প্ৰত্যাখ্যান নকৰো।

আৰু ছোৱালীজনী ?

সেয়া প্ৰয়োজন-অপ্ৰয়োজন বিচাৰৰ কথা।

কিন্তু দস্যু ভাস্কৰৰ বেলিকা সেই কথা নাই হব পায় ?

সেইবোৰ কথা বাদদিয়া জিয়া। আমাৰ উৎসৱ কেতিয়াকৈ পাতিবা ? বেজিনাই কথা আনপাকে ঘূৰাই দিলে।

অহা সপ্তাহতে পাতিম বুলি ভাবিছো, পৰিস্থিতি কেনে হয় চাই, তেহে তাৰ ব্যৱস্থা কৰা ভাল হব।

প্ৰত্যেকা'ক পৰীক্ষা কৰি সোমাবলৈ দিবা। আমাৰ এতিয়া দুটা প্ৰবল শত্ৰু।

দুটা কোন কোন ?

প্ৰথম শত্ৰু পুলিচ। দ্বিতীয় দস্যু ভাস্কৰ।

দস্যু ভাস্কৰক বাদ দিব পাৰা।

নোৱাৰো জিয়া। মই তাক চিনি পাইছো। তাক ভাঙিব পাৰিবা কিন্তু খুৱাব নোৱাৰিবা।

যি দস্যুৱে দলত ছোৱালী ৰাখে তাৰ

জিয়া। চিত্ৰৰ দৰে উঠি বহিলে বেজিনা। এয়া বেলেগ বেজিনা। তাইৰ চকুত জুই। অলপ আগতে থকা কমনীয়তা আৰু কৌতুকৰ লেশমানো নাই। এতিয়া এক মূৰ্তিমন্তী হিংসা।

মই মিছা কথা কোৱা নাই বেজিনা। জিয়াৰ কণ্ঠস্বৰত বিদ্ৰোহৰ আভাস।

তোমাৰ সঁচা মানে পুৰুষৰ সঁচা। তুমি পাহৰি নাযাবা বন্ধুল তুমি এক নাৰীৰ ভৃত্য। তুমি মোৰ আজ্ঞাবাহী ভৃত্য। বেজিনাৰ কথাত প্ৰথৰ কৰ্তৃত্বৰ সুৰ।

বেজিনা। মই ভৃত্য।

চুপ। মই তোমাক বৰ বেছি লাই দি পেলাইছো বন্ধুল। নাৰীক তোমালোকে তোমালোকৰ লাহ-বিলাহৰ সামগ্ৰী বুলি আজিও ভাবি আছা।

অন্ততঃ এজনী নাৰীক দেখিও তোমাৰ মনোভাব সলনি হব লাগিছিল। কিন্তু হোৱা নাই। তোমাক সাৱধান কৰি দিছো বছুল, দ্বিতীয় বাৰ এই বেয়াদবী মই বৰদাস্ত নকৰো। বেয়াদবীৰ শাস্তি কি তাক তুমি জানা।

মই দুঃখিত বেঞ্জিনা। তুমি দস্যু ভাস্কৰৰ গুণ গোৱা কাৰণে ।

এতিয়া কোনো কথা নহয়। যোৱা, নিজৰ কাম কৰাগৈ। বেঞ্জিনাই দুৱাৰৰ ফালে আঙুলিয়ালে। ভ্ৰিয়া তথা বছুল মূৰ দোৱাই ওলাই গ'ল।

মৌলা। বেঞ্জিনাই মাত দিলে। লগে লগে এটা মানুহ সোমাই আহিল।

তই শুনিলি ?

মূৰ জোকাৰি মানুহটোৱে শুনিছে বুলি জনালে। মানুহটো বোবা। তাৰ জিভাখন চুটি আৰু অস্বাভাৱিক ডাঠ।

চকু ৰাখিবি।

আকৌ মূৰ জোকাৰি সমৰ্থন কৰিলে।

মৌলা এটা কাফ্ৰি জাতীয় মানুহ। কিচ্‌কিচকৈ ক'লা। ছ'ফুট ওখ দেখিবলৈ এটা দৈত্য-সদৃশ। মূৰটো কিন্তু দেহৰ তুলনাত সৰু। মূৰৰ চুলি জঁপৰা। চকুবোৰ কণ কণ। নাকটো চেপেটা। শৰীৰৰ পেশীবোৰ ইমান কঠোৰ। ধাৰণা হয় বুলেটো উফৰি আহিব। ওঁঠবোৰ ধপলা-ধপল। মানুহটো নপুংশক। আগৰ দিনত মুছলমান নবাব বাদচাহসকলে বেগম মহলত এই ধৰণৰ নপুংশক ক্ৰীতদাস ৰাখিছিল। আজি-কালি ক'ৰবাত থকা বুলি জনা নাযায়। মৌলা কিন্তু জন্মগত নপুংশক। এই মৌলাই হৈছে বছুলৰ মইমতালিৰ চেক-ভালব্। মানুহটো শিয়ালৰ দৰে ধূৰ্ত। শেনৰ দৰে প্ৰখৰ তাৰ দৃষ্টি, মেকুৰীৰ দৰে নিঃশব্দ তাৰ গতিবিধি। নিগনিৰ দৰে খৰ তাৰ খোজ। পৰম বিশ্বাসী।

মৌলা যেনেকৈ নিঃশব্দে আহিছিল তেনেকৈ নিঃশব্দে সি গুচি গ'ল।

বেঞ্জিনাই 'নিষাদ' এই ছদ্মনামৰ আঁৰত নিশ্চিন্তে বিচৰণ কৰা এক

নিষ্ঠুৰ নাৰী দস্যু। প্ৰত্যেক অভিযানতে নিজে থাকে। অৱলীলাৰে হত্যা কৰে। পঁচিছ বছৰীয়া জীৱনৰ দহোটা বছৰ দস্যুতাৰ এক তেজ-ৰঙা বুৰঞ্জীৰ নায়িকা এই নাৰী। আজিলৈকে এবাৰো ব্যৰ্থ হোৱা নাই। বিফল মনোৰথ হোৱা নাই। কিন্তু এই নাৰীদস্যুৰ বিজয় ৰথৰ চকাটো হঠাতে বিভাৰভিউ হোটেলৰ কোমল দলিচাৰ পশমৰ 'বোকাত' লাগি ধৰিলে। ৰথ ঘূৰাই আনিব লগীয়া হল।

গৰ্বিতা নাৰীৰ গৰ্ব খৰ্ব হ'ল সঁচা। কিন্তু ভিতৰি ভিতৰি প্ৰতিহিংসাৰ সহস্ৰ শিখা জ্বলি উঠিল। সহকাৰী বছুলক সেইদিনা বাঘৰ আগত এটা মেকুৰী যেন অনুমান হৈছিল, মানুহটোৰ ওপৰত আস্থা হেৰাই গৈছিল।

সেয়ে আজি তাৰ মনটো বুজিবলৈ চেষ্টা কৰিছিল। ভাস্কৰৰ শক্তিৰ প্ৰশংসা কৰিছিল। যেতিয়া বুজিলে যে বছুলে ভাস্কৰৰ শক্তি, সাহস আৰু বুদ্ধিৰ যোগ্য বিচাৰ কৰিব পৰা নাই তেতিয়া তাৰ ওপৰত ঘৃণা উপজিল। বুজিলে যে মানুহটো আচলতে তাইৰ পোহৰতে জ্যোতিষ্মান হৈ আছে।

ভীৰু, কাপুৰুষবোৰৰ বুদ্ধি হয় স্থুল। সিহঁত হয় প্ৰতিহিংসাপৰায়ণ। সেয়ে ৰেজিনাই মৌলাক বছুলৰ ওপৰত চকু ৰাখিবলৈ আদেশ দিলে।

মৌলা গুচি যোৱাৰ পাছত ৰেজিনাই আকৌ বিছনাত আশ্ৰয় ললে। এতিয়া কোনো মধুৰ স্মৃতিয়ে তাইৰ মনত সুখস্বপ্ন ৰচনা কৰা নাই। তাই ভাবিছে দস্যু ভাস্কৰৰ সিৰে সিৰে প্ৰবাহিত তেজৰ বৰণ কিমান ৰঙা। তাৰ সুঠাম পুৰঠ পেশীবোৰ ভেদ কৰিবলৈ ছুৰীৰ ধাৰ কিমান চোকা হোৱা দৰ্কাৰ।

হঠাতে তাইৰ মনত এটা বুদ্ধি খেলালে। তাই শূলেৰে শূল কাটিবলৈ থিৰ কৰিলে। শূল কটা শূল হৈছে বিজিতেশ।

কথাটো মনত খেলোৱাৰ লগে লগে তাই বুকুৰ ভিতৰত অনুভৱ কৰা অপমানৰ চেকচেকনি বহুতখিনি উপশম হোৱা যেন লাগিল। বছুলৰ ওপৰত ওপজা বিতৃষ্ণাও ভালেখিনি লাঘৱ হল।

মৌলা! ৰেজিনাই আকৌ মাতিলে।

নিঃশব্দ খোজত মৌলা সোমাই আহি বাদচাহী কায়দাত চেলাম কৰিলে।

বন্দীটোক লৈ আহ। বেজিনাই আদেশ দিলে।

মৌলাই নিঃশব্দে ওলাই গ'ল।

## লঙ্কাই পালে বিভীষণ

লৰী-মটৰৰ ড্ৰাইভাৰৰ চাকৰি আনবোৰ চাকৰিৰ দৰে নহয়। নাম চাকৰি হলেও ইয়াত অলপ স্বাধীনতা আছে। অৰ্থাৎ চাকৰি এৰাৰ আৰু নতুন চাকৰি পোৱাৰ স্বাধীনতা। বোধ কৰো সেই কাৰণেই কোনো গাড়ীৰে ড্ৰাইভাৰ পুৰণি নহয়। নতুন গাড়ীৰ পুৰণি ড্ৰাইভাৰ, পুৰণি গাড়ীৰ নতুন ড্ৰাইভাৰ থকাত কোনো হকা-বধা নাই।

আজি দুদিনমানৰপৰা এখন পুৰণি টেক্‌চি এজন নতুন ড্ৰাইভাৰে চলোৱা দেখা গৈছে। এইজন ড্ৰাইভাৰক আনকালে চহৰত গাড়ী চলোৱা কোনেও দেখা নাই। বাহিৰৰপৰা আহি নতুনকৈ চহৰৰ গাড়ীত বহিছে। এতিয়াও নিজৰ শ্ৰেণীৰ মানুহবোৰৰ লগত বাককৈ চা-চিনাকি হোৱা নাই। অৱশ্যে ইতিমধ্যে তেওঁৰ কথা ড্ৰাইভাৰ মহলত, বিশেষকৈ টেক্‌চি ড্ৰাইভাৰ মহলত বাককৈয়ে জনাজনি হৈ গৈছে। হোৱাৰ কাৰণ আন একো নহয়। তেওঁৰ একাচেকা স্বভাৱৰ কাৰণেই তেওঁৰ বিষয়ে সহকৰ্মী সকলৰ ইমান কৌতূহল। ভাৰা মৰাতকৈ য'তে ত'তে গাড়ী ৰখাই টোপনি মাৰিবলৈহে তেওঁ বেছি ভাল পায়। ভাৰা পালে গাড়ী বেমাৰি বুলি অইন টেক্‌চি দেখুৱাই দিয়ে। সকলোৰে ধাৰণা মানুহজন এক নম্বৰ ধোদ। তেওঁৰ চাকৰি যে বেছি দিন নাথাকে সেইবিষয়ে তেওঁৰ সহকৰ্মীসকলৰ মনত কোনো সন্দেহ নাই। কিন্তু সেইবাবে সচৰাচৰ কৰা দৰে কোনেও ৰং-ৰহইচ বা ঠাট্টা-মস্কৰা নকৰে। বৰং তেওঁৰ চাকৰি যে নৰব সেইবাবে তেওঁলোকৰহে চিন্তা বেছি। সচৰাচৰ তেনেকুৱা নহয়। মানুহৰ স্বভাৱত এটা স্বাভাৱিক

কপটতা আছে। লোকৰ বিপদত বহুতে বাহিৰে বাহিৰে বেজাৰ পোৱা যেন দেখুৱালেও ভিতৰি ভিতৰি সুখ পায়। নিজৰ কোনো লাভ-লোকচানৰ লগত সম্পৰ্ক থাকক চাই নাথাকক। এইক্ষেত্ৰত সেই কপটতা নাছিল। তেওঁলোকে বৰং এই নতুন আচহুৱা ড্ৰাইভাৰজনক তেওঁৰ আগন্তুক বিপদ সম্পৰ্কে সকীয়াই দিছিল। এলাহ নকৰি নিয়মমতে ভাৰা মাৰিবলৈ বুজনি দিছিল। কিন্তু কি হব। পাপীয়ে নুশুনে ধৰ্মৰ বাণী।

মাথোন দুদিনতে লক্ষা ড্ৰাইভাৰে যেন সহকৰ্মীবোৰক যাদুহে কৰি পেলালে। সাধাৰণ ঘটনা। কিন্তু ফল হল অসাধাৰণ। জুম্মা ড্ৰাইভাৰৰ এগাল লৰা-ছোৱালী। এজনৰ আৰ্জনত আঠোটা প্ৰাণীক পোহ-পাল দিয়া আজি-কালি অসম্ভৱ কথা। গতিকে ঘৰত বেমাৰ-আজাৰ লাগিয়েই থাকে। সেইদিনা ষ্টেণ্ডত মাথোন দুখন টেকচি। গাঁজ লাগিছে। কিনকিনকৈ বৰষুণ দি আছে। গুৰু নানকৰ জন্মতিথি বুলি অফিচ-কাচাৰী, স্কুল-কলেজ বন্ধ।

দিনৰ দিনটো যি দুই-এটা ভাৰা পোৱা গৈছে তাৰে চাহৰ দামো নুঠে।

লক্ষাৰ কোনো চিন্তা-ভাবনা নাই। সি আগ চিটত আঁউজি টোপনি মাৰি আছে।

হেৰা ডেকা-লৰা টোপনি গ'লা নেকি? অকলে থাকি থাকি আমনি লগাত জুম্মাই লক্ষাৰ গাড়ীৰ কাষলৈ আহি মাত লগালে। জুম্মাৰ বয়স দুকুৰিৰ ওপৰ। লক্ষাৰ বোধ কৰো একুৰি পাৰ হৈছে।

নাই যোৱা। বহা। পাচ-চিটটো দেখুৱাই কলে লক্ষাই।

জুম্মাই বহি বিৰি এটা ধৰালে। লক্ষাকো এটা দিলে।

বিয়া-বাক কৰোৱা নাই হবলা? জুম্মাই সুধিলে।

নাই কৰোৱা। লক্ষাই দীঘলীয়া হোপা এটা মাৰি কলে।

নকৰাবা। আমি বিয়া কৰাই মাটি খালো।

তোমাক কোনেও হাক দিয়া নাছিল জানো?

দিছিলে, পিছে তেতিয়া কাণ নিদিলো।

কোনেও নিদিয়ে। ময়ো নিদিম। গতিকে নকৰা। তোমাৰ লৰা-ছোৱালী কেইটা ?

আঠোটা।

কেইজনী বিয়া কৰালা ?

জুম্মাই হাঁহিলে।

ঠাট্টা কৰিছা ? জুম্মাই কলে ?

নাই কৰা। সঁচাই সুধিছো।

এজনীয়েই।

গুণাহ হোৱা নাই জানো ? আৰু দুজনীমান কৰাব লাগিছিলে। একুৰি-মান লৰা-ছোৱালী থাকিব লাগিছিলে। লঘোনত, বেমাৰ আজাৰত মৰি-হজি কমেও দুটা মান থাকিলেগৈহেঁতেন। তুমি কিহৰ মুছলমানহে ? এজনী বিয়া কৰাযে মাটি খোৱা বুলি কৈছা ? তোমাক এঘৰীয়া নকৰিলেহে ৰক্ষা।

জুম্মাই হাঁহিবলৈ যাওতে কাহ উঠিল। কাহি কাহি কেঁকুৰি গ'ল মানুহটো। বুকুৰ ভিতৰৰপৰা সাপৰ হিচহিচনিৰ দৰে শব্দ এটা ওলাই আহিবলৈ ধৰিলে।

লক্কাই এইবাৰ উঠি মানুহটোলৈ চালে। গাত মঙহ বুলিবলৈ কোনো পদাৰ্থ নাই। এডিয়া হাৰকিডালো বেঁকা'গৈকি হৈ এটা টোপোলা হেন হৈ পৰিছে।

ভমকটো শাম কাটিলত লক্কাই সুধিলে, কিমান দিনৰ পৰা ?

বহুতদিন ভাই। একুৰি বছৰেই হব কিজানি।

খানা-পিনা কেনেকুৱা ? কোৰ্মা-কাবাব-পোলাও ? এইবুলি লক্কাই নিজে নিজেই হাঁহিলে।

জুম্মাই ভেবা লাগি চাই থাকিল লক্কাৰ মুখলৈ।

চোৱা জুম্মা কাইটি, আমাৰ, দুখীয়াৰ কাৰণে ধৰ্ম বোলা, বন্ধা বোলা, সকলোৱে ধুনীয়া ধুনীয়া আইন-কানুন বনাই থৈছে। আমাৰ খাবলৈ থাকক

বা নাথাকক আমি চাবিটাকৈ বিয়া কৰালে বা এটা বিধৰ্মী মানুহৰ জান মাৰিব পাৰিলে যেহেতু আৰু স্বৰ্গৰ সিংদুৱাৰৰ চাবি-কাঠি আমাৰ জেপত সোমাই পৰিব। চালা বুৰ্বক, গাধবোৰ নগজ্জ। লক্কাই কাৰ ওপৰত, বজা, দৰ্মনে তৃতীয়া শ্ৰেণীটোৰ ওপৰতে খং কৰি আধাখোৱা বিবিটো দলিয়াই পেলালে জুম্মাই বুজিব নোৱাৰিলে।

লক্কা। জুম্মাই ভয়ে ভয়ে মাতিলে।

কি ? লক্কাই অইনফালে চাই আছিল। তেনেকৈ থাকিয়েই কলে।

ইমান কম বয়সতে ইমান সঁচা কথাবোৰ কেনেকৈ শিকিলি ? জুম্মাই তয়া-হয়া কৰিয়েই মাতিলে। সিহঁত যেন টিলিকিতে বন্ধু হৈ পৰিল।

এইবোৰ শিকিবলৈ স্কুললৈ যাব নালাগে। পকা-চুলীয়া হোৱাৰো দৰ্কাৰ নাই। চকু মেলি চাব জানিলেই শিকিব পাৰি। লক্কাই আকৌ ঘূৰিলে জুম্মাৰ ফাল। দৰব খাইছা ? সি সুধিলে।

দৰব কিনিবলৈ পইছা লাগে। জুম্মাই কলে।

আস্পতালত এনেয়ে পাই।

ধেৎ। জুম্মাই থুৱালে। চালা চৰ তালিবাজি। আটা গুড়িৰ বড়ি আৰু ৰং দিয়া পানী। সেইবোৰ খালে বেমাৰৰ ঠাইত বেমাৰ থাকে মাজতে বেমাৰীৰ লটিঘটি।

লক্কাই আকৌ মুখ ঘূৰাই ললে।

জুম্মা কাইটি। লক্কাই মাত লগালে।

উঁ।

ইয়াত বোলে কোনোবাই কোনোবাই টেক্‌চিত মিছা নম্বৰ লগাই বেয়া কামত ভাবা যাবে ? হয়নে কথাটো ?

ভাল কামেৰে পেট নভৰিলেই বেয়া কাম কৰে। বাদ দে সিহঁতৰ কথা।

ইয়াত টেক্‌চি চলাবলৈ লৈছো যেতিয়া চৰকে চিনি-জানি ললে ভাল।

নহলে কেতিয়াবা মোৰ নম্বৰকে লগাই সিহঁতে মোক বিপদত পেলাব পাৰে।

মই কৈছো বুলি কাকো নকবি আকৌ। গম পালে জুলুম কৰিব। বেছি নাই। দুটা। এটাৰ নাম নৱীন। সিটো কামাল। নৱীনৰ গাড়ীৰ আচল নম্বৰ ১৫৪৪ আৰু কামালৰ ২৩০৬। ৰাতি ন'বজাত নৱীন ইয়াতে থাকে। পুলৰ তলত থাকে কামাল। জনা মানুহে ভাৰপৰাই সিহঁতক লৈ যায়।

কালি ৰঙা গেঞ্জী পিন্ধি থকাটো নৱীন নহয় জানো?

হয়। পিছে সদায় ৰঙা নিপিন্ধে। তাৰ চিটৰ তলত বহুত ৰঙৰ চোলা আছে। নম্বৰ যেতিয়া সলায় তেতিয়া চোলাৰ ৰঙো সলায়।

কামালকহে চিনি নাপালো।

গাড়ী ৰখাই নৱীনৰ লগত যে কথা পাতিছিলে মন কৰা নাই?

সেইখন গাড়ীৰতো নম্বৰ আছিলে ৩৭১৩।

তাৰ মানে ডিউটিত ওলাইছে এঘণ্টা পাছতে হয়তো ১২৪২ মাৰি লৈছিল।

লঙ্কাই হাঁহি এটা মাৰি দূৰলৈ চা পঠিয়ালে। ৰৰমুণৰ আঁৰণিখন ভেদ কৰি কংকাল এটা লৰি আহিছিল সিহঁতৰ ফালে।

কাৰ গাড়ী? জুমাৰ গাড়ীৰ কাষত ৰৈ এজন সপুৰুষ ভেকাই প্ৰশ্ন কৰিলে, লঙ্কাৰ গাড়ীৰ ফালে চাই। জুমাৰ গাড়ীখন সিমান পুৰণি হোৱা নাই এতিয়াও।

লঙ্কাই ভিডি মেলি চালে। মানুহজনৰ লগত এগৰাকী মহিলা আৰু এটা সৰু লৰাও আছে। ঘৈণীয়েক আৰু পুতেক হোৱাই সম্ভৱ। তিনিওৰে গাত পানী কোট। অকল মহিলাই এখন ছতা লৈছে। তেওঁ টুপী পিন্ধা নাই। দামী জাপানী ফুলাম ছাতি। পইছা-পাই থকা মানুহ যেন অনুমান হয়।

কলৈ যাব? লঙ্কাই সুধিলে।

চুনমাটি।

ডবল ভাৰা লাগিব। লক্কাই কলে।

দিম দিয়া। সোনকালে বলা।

উপৰি পইছাখিনি দি দিয়ক।

মাহুহজনে দহটকীয়া নোট এখন উলিয়াই দিলে। নোটখন জুমাক দি কলে, যোৱা।

লৰা এটাক টলংভটংকৈ আহি থকা দেখা গ'ল। সি যেন কথমপিহে খোজ দিছে। খোজবোৰ থৰক-বৰক। তাৰ সৰু বুকুখন উঠিছে-নামিছে। জুমাই নামিবলৈ গৈ বৈ গ'ল।

কোন? লক্কাই সুধিলে। মজিদ। মোৰ মাজু লৰা। ঘৰত কিবা হৈছে যেন পাওঁ।

ইতিমধ্যে লৰাটোৱে বাপেকৰ গাড়ীখনৰ ওচৰত বৈ দিলে।

এই কি হল? জুমাই মুৰ উলিয়াই সুধিলে।

মাইৰ কিবা হৈছে। মাত-বোল কৰা নাই। মুখেদি ফেন ওলাইছে।

আল্লাহ। জুমাই হুমুনিয়া এটা কাঢ়িলে। তয়ে বা ভাইটি। জুমাই নোটখন লক্কাৰ কালে আগবঢ়াই দিলে।

লক্কাই কিবা ভাবিলে।

মোক বিশ্বাস কৰিব পাৰা ককাইটি? লক্কাই জুমালৈ চাই সুধিলে।

জুমাৰ চকুবোৰ ছলছলীয়া হৈ আহিছিল। তথাপি বিষাদৰ হাঁহি এটা বিবিড়ি উঠিল তেওঁৰ ভোবোৰা মুখখনত।

বিশ্বাস নকৰি মোৰ পাবলৈ একো নাই। বিশ্বাস কৰিও হেকৰাবলৈ নাই।

চাব্বাছ। তুমি ভাবা নৈ যোৱা জুমা কাইটি। নবোৰ জিম্মা মোৰ। লক্কাই প্ৰায় ঠেলি নমাই দিলে জুমাক। তাৰ পাছত লৰাটোলৈ চাই কলে, উঠি আহ মজিদ।

নিশা ঘৰলৈ ঘূৰি গৈ জুমাই যি দৃশ্য দেখিলে সেই দৃশ্য সপোনত দেখা

হলেও তেওঁ কিজানি ভাবিলেহেঁতেন এয়া ভাগ্যৰহে চৰম বিদ্ৰূপ। বিধাতাৰ এক নিৰ্মম পৰিহাস।

তেওঁ দেখিলে ঘৈণীয়েক বিছনাত শুই আছে। তেওঁৰ অতি চিনাকি এই মানুহজনীৰ মুখত কিমানদিন আগতে যে এই ধৰণৰ ৰহণ দেখিছিলে তেওঁৰ আজি মনত নপৰে। মনত নপৰে তেওঁৰ ভাগ্যহীন লৰা-ছোৱালীবোৰে মঙহেৰে ভাত খোৱা। তেওঁৰ একমাত্ৰ সম্পত্তি কালৰ গৰাহত থকা-সৰক। পেৰাটোৰ ওপৰত থৰে থৰে সজোৱা দৰবৰ ফাইল আৰু প্লিপবোৰ। হৰলিকচ আৰু টনিকৰ বটলবোৰে তেওঁক যেন সঁচাসঁচি কোনোবা এক স্বৰ্গ ৰাজ্যলৈ টানি লৈ গ'ল।

মজিদে তৃপ্তিৰ উগাৰ এটা তুলি থৰ হৈ থকা জুম্মালৈ চাই কলে, জানিছ বাবা, দেদায়ে মস্ত ডাক্তৰ আনিছিলে। আমাক কলে, কি খাবলৈ মন গৈছে? ভাটৌৱে কৈ দিলে গোচ-ভাত খাবলৈ মন গৈছে। ভাটৌ জুম্মাৰ ছৰচৰীয়া ছোৱালী।

তথাপি জুম্মাই কোনো কথা উচ্চাৰণ কৰিব নোৱাৰিলে।

তুমি মুখ-হাত ধুই খাই লোৱা। তোমাৰ ভাত ঢাকি থোৱা আছে। চিঁ চিঁয়াই কলে ঘৈণীয়েকে।

জুম্মাই যেন আৰু সহ্য কৰিব পৰা নাই। তেওঁ ঘৈণীয়েকৰ কাষতে ভক্তাপোছত বহি দিলে।

তোমাৰ দোস্তজন খুব চহকী নেকি? ঘৈণীয়েকে সুধিলে।

নাজানো। কিন্তু

কি?

সি তাৰ জবান ৰাখিলে।

কিহৰ জবান?

সি মোক ভাবা মাৰিবলৈ পঠিয়াই কলে, তুমি ভাবা মাৰগৈ মোৰ কাইটি। নবোৰ জিম্মা মোৰ। ভাৰাটো ভাল আছিলে। হাতত পইছা নাই।

আন্নাক সৌৰবি তাৰ কথাত বিশ্বাস কৰি গুচি গলো। কিন্তু মনৰ চটফটনি নযবিল। নতুন চিনাকি। তাৰ বোজকাবো সিমান নাই। কি কৰিব কি নকৰিব ভাবি ভাবি মই গাড়ী চলাইছিলো। কিন্তু সি তাৰ জবান ৰাখিলে।

কথাটো পাছ দিনা বন জুইৰ দৰে টেক্‌চি ড্ৰাইভাৰসকলৰ মাজত বিয়পি পৰিল। ১৯৪২ নম্বৰ টেক্‌চিখন দেখিলে গৈ থকা টেক্‌চিৰ ড্ৰাইভাৰেও হাহি মুখেৰে হাত জোকাৰি মাত লগাই যায়।

সিদিনা অকস্মাতে নৱীনৰ লগত দেখা-দেখি হৈ গ'ল। হল এডোখৰ আচহুৱা ঠাইত। ইয়াত টেক্‌চি এখন ৰৈ থকাৰ কোনো কাৰণ নাই। অৱশ্যে মত্ৰ বুলি কথা। মানুহৰ দৰে তাৰো বেমাৰ আজাৰ আছে। লঙ্কাই কাষতে গাড়ীখন ৰখাইদিলে।

কি হ'ল ? লঙ্কাই মূৰ উলিয়াই সুধিলে।

ডিষ্টিবিউটৰটোৱে দিগ্‌দাৰি দিছে। নৱীনে কলে।

১৫৪৪ ক এৰিলা নেকি ?

নৱীনে সেপ ঢুকিলে।

আছে। গেৰেজত।

লঙ্কাই গাড়ীখন ছাইড কৰি নামি আহিলে।

তোমাক অকলে এৰি থৈ যাবলৈ মন যোৱা নাই। ঠাইডোখৰ নিজান।

নৱীনে তাক দুৱাৰ মেলি দিলে। লঙ্কা কাষতে বহিল।

নৱীনে ইচ্ছা কৰিয়েই তাক বহিবলৈ দিলে। লঙ্কাৰ বিষয়ে তাৰ কৌতূহল অপাৰ।

লঙ্কাই চাৰ্মিনাৰৰ পেকেটটো উলিয়াই নৱীনক যাচিলে।

তুমিতো নামজলা হৈ গলা। নৱীনে চুৰট এটা লৈ কলে।

লঙ্কা নামটোৰ লগত জলা-জলনৰ সম্পৰ্ক আছে। বঙালী ভাষাত জলকীয়াক লঙ্কা বোলে। বস্তুটো জলা নহয় জানো ? আকৌ চোৱা ৰাৱণৰ লঙ্কা। সেই

লঙ্কাকো হনুমানে জুই লগাই জলালো৷ এই বুলি লঙ্কাই ঢেকঢেককৈ হাঁহিলে। নবীনেও নাহাঁহি থাকিব নোৱাৰিলো।

আংবাং কথাত আৰু পোন্ধৰ মিনিটমান পাৰ হৈ গ'ল। কিন্তু দুজনৰ এজনেও নিজৰ নিজৰ মনৰ কথাটো ভাঙিবলৈ চল নাপালে। নবীনে আৰু বাট চাবও নোৱাৰিলে। শেষত সুধিয়ে পেলালে।

তুমিতো বৰকৈ ভাৰা নামাৰা। চহৰত সিদিনাহে আহিছা মাথোন। কিন্তু জুমাৰ ঘৈণীয়েকৰ কাৰণে খৰচ কৰিবলৈ ইমান টকা ক'ত পালা ? শুনিছো বৰিচ টকীয়া ডাক্তৰ আনি দেখুৱাইছিলা বোলে ? আগতে ঘটা টকা হব পায় ? প্ৰশ্ন কিটা কৰিব পাৰি বৰ সকাহ পালে নবীনে। সি লঙ্কাৰ মুখলৈ চালে।

লঙ্কাই তাৰ প্ৰশ্ন শুনি মিচিক্ মিচিক্ হাঁহিছিল। ভেচ্ বৰ্ডৰ ঢিকিম-ঢামাক লাইটৰ পোহৰত নবীনে তাৰ হাঁহি দেখিলে।

কিমানদিন টেক্চি চলাইছা ? লঙ্কাই আঙুলি বহি ফোচকৈ এমোকোৰা খোঁৱা এৰি সুধিলে।

দহ বছৰেই হব। নবীনে কলে।

ভাৰা মাৰি পেট ভৰে ?

ওহোঁ। নবীনে নিমাৰিত ভাৱেৰে কলে যদিও কিবা এক আশাত তাৰ বুকুখন ঢিপিং ঢিপিং মাৰিবলৈ ধৰিলে।

ঘাঁহ কাটাগৈ। লঙ্কাই কৈঁৰাহিকৈ নবীনলৈ চাই কলে।

কৌতূহলত নবীনৰ উশাহ বন্ধ হৈ আহিব খুজিছে। সি নিকশাস হৈ লঙ্কাৰ মুখলৈ চাই ৰ'ল।

ইমান তাঙৰ চহৰত থাকি দিনে-নিশাই ভাৰা মাৰি টঙৌ টঙৌ ঘূৰি ফুৰিবলৈ কি দৰ্কাৰ পৰিছে ? অলপ বুদ্ধি-চুদ্ধি খটাব লাগে। একেদিনাই হেজাৰ টকা আহি যাব। তাৰ পাছত আলি-বাটত টেক্চি খাৰা কৰি কই মাৰি টোপনি মাৰি থাকানা।

সদায় ? নরীনে প্রশ্ন নকৰি থাকিব নোৱাৰিলে।

কি দৰ্কাৰ। সপ্তাহত এক টিপ্‌ মাৰিলেই বহুত। কোনো হেমেপাম নাই।

মোক বন্দবস্ত কৰি দিয়া না। নৰীনে কাউ-বাউ কৰিলে।

সেইটো নোৱাৰিম ভাই। এইবোৰ কথা মই কাকো কোৱা নাই। কথাৰ লাচতে তোমাৰ আগতহে কৈ পেলালো। কাকো নকবা ভাই। এইবাৰ লক্ষাই নৰীনৰ হাতত ধৰি কাউবাউ কৰিলে।

নকওঁ। কিন্তু মোক এটা বন্দৱস্ত কৰি দিয়া ভাই। কাৰো কৰিছো। ময়ো এটা পাইছিলো। পিছে ঠগিলে মোক। নৰীনে আবেগৰ তমকত গোপন কথা উগাৰি পেলালে।

ঠগিবই। সিহঁতৰ লগত পাৰা কচিব জানিব লাগিব। উদাসীনভাবেৰে কলে লক্ষাই।

এই আপদটো টেটুত লগাই লৈ এতিয়া এৰিবও নোৱাৰা হৈছো। নৰীনে মনৰ দুখ বেকত কৰিলে।

কি কাম ? লক্ষাই চুৰটত হোপা মাৰি ধোঁৱা এৰি এৰি সুধিলে।

মাহুহ অনা-নিয়া।

কিমান দিয়ে ?

আগতে বন্দৱস্ত আছিলে এশ টকা। কাম হলেই এশ টকা। এতিয়া কিছু টকাও নদিয়ে। কেৰ-জেৰ কৰিলে পিস্তল দেখুৱায়।

কি ? পিস্তল ? ক'ৰ পাৰ্টি ? চালা মই হোৱা হলে তিনিও মূচৰি টকা উলিয়ালোহেঁতেন। মোৰ নাম লক্ষা বাইলুং। তিব্রুগড়, যোৰহাটত মাটি খানিলে এতিয়াও তেনেকুৱা পিস্তলঅলা পাৰ্টিৰ হাড়-মূৰ পোৱা যাব। লক্ষাই এনেকুৱা মূৰ্তি ধৰিলে যেন সি এতিয়াই এটা লঙ্কা-কাণ্ড কৰি পেলাব। তাৰ লম্ফ-জম্পত গাড়ীখন নানান ধৰণৰ শব্দ কৰি কঁপি উঠিল।

ভয় লাগে লক্ষাবাই।, মৰ মেৱা মাহুহ। নাম শুনিছা চাপে। এইবুলি নৰীনে কাণে কাণে কিবা কলে লক্ষাক।

বাদ দিয়া। সেইবোৰলৈ লক্ষাই কেয়াৰ নকৰে। এইবুলি সি খিতাতে নিটাল মাৰিলে। সি চিন্তা কৰিছে।

এটা কথা মনত খেলাইছে। লক্ষাই শেষত কলে।

কি ?

আমি দুটীয়াকৈ কাম কৰিব পাৰো।

কেনেকৈ ?

মই মোৰ টেক্‌চিখন এৰি দিম। বুঢ়া গাড়ী। চলাবলৈ বেয়া। তাতোকৈ বেয়া তাৰ চেহেৰা। তোমাৰখনেই কেতিয়াবা মই, কেতিয়াবা তুমি চলাবা। মোৰ ভাই আগলৈও নাই পিছলৈও নাই। গতিকে মোক এসোপা ধন ঘটিবলৈ দৰ্কাৰ নাই। কিন্তু এটা বস্তু মই বৰ ভাল পাওঁ।

কি ? নবীনে সুধিলে।

টোপনি। আঃ। তোমাক কৈছো, টোপনিৰ লগত মই মৰি যাব পাৰো।

দুয়ো প্ৰাণ খুলি হাঁহিলে।

ৰাজী ? লক্ষাই আগ্ৰহেৰে সুধিলে। যেন নবীনৰ কথাৰ ওপৰতে তাৰ ভবিষ্যৎ নিৰ্ভৰ কৰিছে।

ৰাজী। নবীনে কলে।

হাত মিলাও দোস্ত। দুয়ো দুয়োৰে হাতত হাত ৰাখিলে। এতিয়া আমি নাম ধৰি মাতিম দেই। লক্ষাই প্ৰস্তাৱ দিলে।

জৰুৰ। নবীনে উৎসাহেৰে কলে। সি নিজৰ চাৰ্মিনাৰৰ পেকেটটো উলিয়াই লক্ষাক চুৰট যাচিলে।

ইয়াত কাম কৰা কিমান দিন হল ? লক্ষাই সুধিলে।

দুমাহ মানেই হল। নবীনে কলে।

কিমান টিপ মাৰিলি ?

বহুত টিপ্। মাহেকত চাৰি পাঁচদিনকৈ। দিনে কেতিয়াবা চাৰি টিপ। কেতিয়াবা পাঁচ ছয় টিপো হয়।

দিনে এশ টকা, নহয় ?

ওঁ।

তেতিয়াহলে মাহেকত চাৰি দিনকৈ ধৰিলেও দুমাহত আঠ দিন। আৰু দিনে চাৰি টিপ হলে দুমাহত মুঠতে বত্ৰিছ টিপ্। বত্ৰিছ টিপত তই পাব লাগে তিনি হেজাৰ দুশ টকা।

তিনি হেজাৰ দু'শ। টকাৰ পৰিমাণ শুনি নবীনৰ চকু থিয় হৈ গ'ল। সি কেতিয়াও হিচাপ কৰা নাই। সিমান টকাৰ হিচাপ সি অৱশ্যে উলিয়াবও নোৱাৰে। লঙ্কাৰ এই আৱিষ্কাৰত সি আচৰিত হল। লঙ্কাৰ ওপৰত তাৰ শ্ৰদ্ধা বাঢ়ি গল।

তেতিয়াহলে তই দিনে বিছ টকাকৈ পাইছ ?

দুবাৰ এশ টকা দিছিলে। নবীনে কলে।

ঠিক আছে । এইবুলি লঙ্কাই হিচাপ কৰিবলৈ ধৰিলে। তেতিয়াহলে তোৰ পাবলগীয়া হয় দুহেজাৰ চাৰিশ টকা।

দুহেজাৰ চাৰিশ। নবীনৰ মনত আনন্দৰ ঢৌ উঠিল। কিন্তু লগে লগে জাহ গ'ল। সেই টকা জানো সি পাব ?

আকৌ কেতিয়া তাৰিখ পৰিব ?

নাজানো। আজি কব যোলে। সেই কাৰণে ইয়াত বৈ আছো।

তাকে নকয় কিয় ? সেই কাৰণেই তোক ঠগে। শুন। মই যাওঁগে। তাৰিখটো জানি লৈ মোক কবি।

তই কি কৰিবি ?

যি কৰিব লাগে কৰিম নহয়। তই তোৰ হকৰ টকাখিনি পাবহে লাগে। তই কাইলৈ বাতিপুৱা গাড়ী উলিয়াব আগতে কলেজৰ আগত ধৰণীৰ চাহ দোকানত লগ ধৰিবি। মই তাতেই থাকিম। খবৰদাৰ, মোৰ লগত যে তোৰ বন্দৰত হৈছে এই কথা কাকো নকবি। তিনি কাণ হলেই দহকাণ হবলৈ সময় নালাগে। তেতিয়া তয়ো মৰিবিময়ো মৰিম। বুজিছনে নাই ?

নকওঁ নকওঁ। এইবোৰ কথা গাই ফুৰিব পাৰি নেকি।

ঠিক আছে। মই যাওঁ তেন্তে। এই বুলি লস্কাই নিজৰ গাড়ী চলাই গুচি গল।

নবীনে দুহেজাৰ চাৰিশ টকা মানে কিমান টকা সেই কথা ঠাৱৰ কৰিবলৈ চেষ্টা কৰিলে। কিমান টকা হলে হেজাৰ টকা হয় প্ৰথমতে সেই হিচাপ জুৰিলে।

## বেজিনাৰ চতুৰালি

কেইটা দিন গ'ল, কিমানবোৰ ৰাতি পাৰ হল তাৰ কোনো ধাৰণা বিজিতেশৰ নাই। বতাহহীন, পোহৰহীন এখন পৃথিৱীত বাস কৰিছে তেওঁ।

ঘটনাটো যে কি হল, কিয় হল, কেনেকৈ হল বিজিতেশে মনত পেলাব পৰা নাই।

সেই নিশা নিজৰ পুৰণি ঘৰত থাকিবলৈ তেওঁ বাধ্য হৈছিল। বতাহ বুৰবুৰণৰ মাজত যোৱাটো একেবাৰে অসম্ভৱ আছিল। তেতিয়া বোধ কৰো সময় এঘাৰ বাজো বাজো। বিছনাত পৰাৰ প্ৰায় লগে লগেই তেওঁ টোপনি গৈছিল। মানসিক কোনো অস্বস্তি নাথাকিলে শুই পৰাৰ লগে লগেই টোপনি আহে। এইটো তেওঁৰ চিৰদিনৰ অভ্যাস।

সেইযে টোপনি গ'ল তাৰ পাছত টোপনি কেতিয়া ভাগিল, তাৰ ৰাহিহ তেওঁ নাপালে। তেওঁৰ ৰাতি আৰু দুপুৰাল। এই দীঘলীয়া ৰাতি কেতিয়া অৱসান হব তেওঁ তাকো কব নোৱাৰে। কিন্তু সেই নিশাৰ পাছত যি টোপনি ভাগিল তাৰ পাছত আৰু তেওঁৰ টোপনি নাহিল।

হঠাতে আজি এচমকা পোহৰ দেখিবলৈ পাই তেওঁ চক খাই উঠিল। অৱশ্যে এয়াও বেলিৰ পোহৰ নহয়। কৃত্ৰিম পোহৰহে। তথাপি সেই পোহৰত তেওঁ নিজকে আৱিষ্কাৰ কৰিব পাৰিলে। আৱিষ্কাৰ কৰিলে যে তেওঁ তেওঁৰ নিজৰ নতুন বা পুৰণি ঘৰত নাই। তাৰ উপৰি তেওঁ প্ৰথম এটা মানুহ দেখিলে ঃ

অচিনাকি। শত্রু নে মিত্র নাজানে। তথাপি এটা মানুহ। তেওঁৰ নিচিনাই এটা মানুহ। তেওঁ মানুহটোৰ মুখলৈ চাই অবাক হ'ল। কিন্তু ভয় নাখালে। কোনো বিতৃষ্ণাও নুপজিল। হয়তো ভয়ৰ অনুভূতি তেওঁৰ মৰি গৈছিল। কুৎসিৎ, কদাকাৰ হলেও সি যে মানুহ এই কথাই বোধকৰো তেওঁৰ ওচৰত এক স্বস্তিৰ কাৰণ হৈ উঠিছিল।

মৌলাই বিজিতেশক উঠিবলৈ ইঙ্গিত কৰিলে। বিজিতেশে তাৰ আদেশ পালন কৰিলে। মৌলাই বিজিতেশৰ চকু বান্ধি দিলে। হাত দুখনো পাছ-ফালে ঘূৰাই বান্ধিলে। তাৰ পাছত তেওঁক হাত ধৰি সেই অন্ধকূপৰপৰা উলিয়াই লৈ গল।

বেজিনাই চঞ্চলভাৱে পায়চাৰি কৰি আছিল। তাইৰ খোজত, অন্তৰ্ভীত মনৰ চৰম চঞ্চলতা ফুটি উঠিছিল।

মৌলাই বিজিতেশক লৈ ঘৰত সোমালে।

বেজিনা বিজিতেশৰ সন্মুখত থিয় হ'ল। এটা মধুৰ নৈঃশব্দ বিৰাজ কৰিছিল। চঁপা ফুলৰ মৃদু গোন্ধ এটাৰপৰা বিজিতেশে বুজিব পাৰিছিল যে তেওঁক কোনো মহিলা থকা ঘৰলৈ লৈ আহিছে। মনে মনে খুব অবাক হল তেওঁ।

বান্ধ খুলি দে। বেজিনাই আদেশ দিলে।

মৌলাই আদেশ পালন কৰিলে।

যা। বান্ধ খুলি দিয়াৰ পাছত তাক যাবলৈ কলে বেজিনাই। মৌলা গুচি গ'ল।

বৰ বেছি পোহৰ। চকুত ছাট মাৰি ধৰিলে। সন্মুখত এখন বগা অৱচ্ছ পৰ্দাৰ বাহিৰে একোকে দেখা নাপালে বিজিতেশে। চকুত যন্ত্ৰণা বোধ কৰিলে। দুহাতেৰে চকুযোৰ ঢাকি দিলে।

বহক মিঃ বৰুৱা। বেজিনাই বিজিতেশৰ বাহুত ধৰি নি এখন চোফাত বহুৱাই দিলে।

বৰ বেছি পোহৰ। বিজিতেশে আপত্তি জনালে।

ৰেজিনাৰ মুখত এচিটা হাঁহি বিৰিঙি উঠিল।

বেছি নহয় মিঃ বৰুৱা। আন্ধাৰৰপৰা অহা কাৰণেহে তেনেকুৱা লাগিছে।

অলপ কমাব নোৱাৰিবনে? বিজিতেশে আকৌ চাবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ কলে।

ৰেজিনাৰ চকু দুটা কৌতুকত চিকমিকালে। তেওঁ আটাইবোৰ লাইট মুমুৰাই দিলে।

এইবাৰ চাওক মিঃ বৰুৱা।

বিজিতেশে চকু মেলি চালে। একো নেদেখিলে। কিন্তু চকুৰ যন্ত্ৰণা নাইকিয়া হল।

ৰেজিনাই এটা ছুইচ টিপিলে। এটা নীলা লাইট জ্বলিল।

বিজিতেশে অস্বস্তি বোধ নকৰিলে। বৰং তেওঁক আনন্দিত দেখা গ'ল।

প্ৰায় পোন্ধৰ মিনিট ধৰি ৰেজিনাই ইটোৰ পাছত সিটোকৈ কম-বেছি শক্তিৰ লাইটবোৰ জ্বলাই মুমুৰাই বিজিতেশৰ চকুবোৰক অভ্যস্ত কৰিবলৈ চেষ্টা কৰাৰ পাছতো ভাল ফল নাপাই শেষত এখন ৰঙীন চচ্মা পিন্ধিবলৈ দিলে। তাৰপৰা ফল ধৰিলে।

আপোনাৰ বন্দিত্বৰ কাৰণে মই দুঃখিত মিঃ বৰুৱা। ৰেজিনাই দুখ প্ৰকাশ কৰিলে।

আপুনি কোন? কিয়নো মোক বন্দী কৰা হৈছে? বিজিতেশে সুধিলে।

মই কোন সেই কথা পাছতো জানিব পাৰিব। কিন্তু আপোনাৰ বন্দিত্বৰ কাৰণে দায়ী আপোনাৰ ককায়েক অজিতেশ বৰুৱা।

ৰব দাদা! বিজিতেশৰ মাতটো যেন অভিমানত গধুৰ হৈ উঠিল। তেওঁ মোক বন্দী কৰালে?

আপোনাৰ দুৰ্ভাগ্য মিঃ বৰুৱা। তেওঁ আমাৰ লগতো বিশ্বাসঘাতকতা কৰিলে।

তাৰ মানে? অজিতেশে জানিব খুজিলে।

আপোনাক হৰণ কৰি বন্দী কৰি ৰখাৰ কাৰণে তেওঁ আমাৰ লগত দহ হেজাৰ টকাৰ চুক্তি কৰিছিল। আগধন হিচাপে মাথোন এহেজাৰ টকা দিলে। বাকী টকা কাম সমাধা হলে দিয়াৰ কথা আছিল। কিন্তু পাছত দিবলৈ অস্বীকাৰ কৰিলে। বৰং টকা বিচৰাত পুলিচৰ ভয় দেখুৱাই আমাক প্ৰতাৰণা কৰিলে।

মোক বন্দী কৰি ৰখাৰপৰা তেওঁৰ কি লাভ?

আমাৰ কক্ষত থাকি আপোনাৰ মূৰৰ বিকৃতি দেখা দিলে সম্পত্তিৰ অংশ দিব নালাগিব। বেজিনাই বুজাই দিলে।

কথাটো বিজিতেশে বিশ্বাস কৰিবলৈ টান পালেও সমূলি অবিশ্বাসো কৰিব নোৱাৰিলে। অজিতেশৰ অৰ্থ-লোভৰ কথা তেওঁতকৈ কোনে বেছি জানে। কিন্তু তেওঁ যে সম্পত্তি আত্মসাৎ কৰিবলৈ এনে হীন চক্ৰান্তত লিপ্ত হব পাৰে সেই কথা ভাবিবলৈকো তেওঁৰ অন্তৰ বেদনাত টনটনাবলৈ ধৰিলে।

কিন্তু এতিয়া আপোনালোকে মোক কি কৰিব খুজিছে?

মুক্তি দিব খুজিছো। আপোনাৰ লগত আমাৰ শত্ৰুতা নাই। অনাহক আপোনাৰ অপকাৰ কৰি আমাৰ লাভো একো নহব। কিন্তু । বেজিনাই কিবা কব খুজিও যেন সঙ্কোচত কব নোৱাৰিলে।

কিন্তু কি?

আমাৰ চুক্তিৰ টকাখিনি আমি পাব খোজো।

এইটোৱেই চৰ্ত্ত তেন্তে?

হয়। এই এটাই মাথোন চৰ্ত্ত।

কিন্তু এই অৱস্থাত টকা দিয়াতো সম্ভৱ নহয়। মোক যদি মুক্তি দিয়ে তেতিয়াহলে মই টকা যোগাৰ কৰিবলৈ চেষ্টা কৰিব পাৰিম।

আমি জানো। কিন্তু সেইটো সম্ভৱ নহয়। আপুনি বিশ্বাসভঙ্গ কৰিব বুলি নহয়। সম্পূৰ্ণ অইন কাৰণতহে সেইটো অসম্ভৱ।

তেন্তে টকা মই ক'ৰপৰা দিম ?

দিয়াৰ বন্দৱস্ত কৰিব পাৰে।

কেনেকৈ ?

আপুনি মিঃ অমিতেশ বৰুৱালৈ টকাখিনি বিচাৰি এখন চিঠি লিখি দিয়ক। তেওঁ নিশ্চয় টকা দিব।

টকা পালেই যে মোক মুক্তি দিব তাৰ প্ৰমাণ কি ?

আপোনাক অনাহক বন্দী কৰি থলে আমাৰ কি লাভ হব মিঃ বৰুৱা ? আগতে কৈছো নহয় আপোনাৰ লগত আমাৰ কোনো শত্ৰুতা নাই। আপুনি সাহিত্যিক মানুহ।

বিজিতেশে খন্তেক চিন্তা কৰিলে।

কাগজ-কলম দিয়ক। চিঠি লিখিবলৈ তেওঁ মান্তি হল।

## অমিতেশৰ খোকা-মোজা

জয়লাল ৰাজখোৱাই এতিয়াও মাজে মাজে অমিতেশক ফোন কৰি খা-খবৰ লয়। ফোন কৰে কলিকতা, বোম্বাই বা দিল্লীৰ পৰা।

অমিতেশে মানুহজনক পৰিয়ালৰ বন্ধু বুলিয়েই ধৰি লৈছে। নহলে ইমান আগ্ৰহ কাৰ ? ব্যৱসায় সম্পৰ্কেও ৰাজখোৱাই খা খবৰ লয়।

অমিতেশৰ লগত জয়পালৰ এই যোগাযোগৰ কথা 'নিবাদে'ও জানে। জানে অমিতেশৰ পৰাই। 'নিবাদে'ও অমিতেশৰ লগত যোগাযোগ ৰাখিছে। এই যোগাযোগ পোনপটীয়া। একেবাৰে প্ৰত্যক্ষ। এয়া ব্যৱসায়িক যোগাযোগ নহয়। এয়া বন্ধুত্বৰ যোগাযোগ। বিজিতেশৰ বন্ধু। এই বন্ধুজন যে বিজিতেশৰ ইমান ঘনিষ্ঠ সেই কথা অমিতেশে আগতে জনা নাছিল। অৱশ্যে জনাটো সম্ভৱো নহয়। যিকোনো মানুহৰ বহুতো বন্ধু-বান্ধৱ থাকিব পাৰে। তাৰ উপৰি ভায়েক থাকে বেলেগে।

অমিতেশে ৰাহুল চতুৰ্বেদীকো পৰিয়ালৰ বন্ধু হিচাপেই গ্ৰহণ কৰিছে।

মৰ্য্যাদা দিছে। বাহুল একজন কবি। হিন্দী কবি। বৰ্তমানে অসমীয়া কবিতা লৈ গৱেষণা কৰিছে। অমিতেশে কবিতা বুবুজে। কোনো কবিৰ বিষয়ে তেওঁৰ কৌতুহলো নাই। কিন্তু নিকদেশ সাহিত্যিক ভায়েকৰ একজন নিৰীহ কবিক বন্ধুৰ মৰ্য্যাদা দিবলৈ তেওঁ আপত্তি নকৰিলে। এই বাহুল চতুৰ্বেদীৰ লগত জয়পাল বাজখৰীয়াৰ সম্পৰ্কেও অমিতেশে আলোচনা কৰে। গতিকে বাহুল চতুৰ্বেদীৰ পৰাই 'নিষাদে' খা-খবৰ পাই থাকে।

প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ নানান উপায় চিন্তি থাকোতেই কথাটো বেজিনাৰ মনত খেলালে। তাই নিশ্চিতকৈ ধৰি লৈছিল যে জয়পাল বাজখৰীয়া ছদ্মবেশী দস্যু ভাস্কৰৰ বাহিৰে আন কোন নহয়। গতিকে বাজখৰীয়াক টোপ খুৱাবলৈ হলে সেই কাম বিজিতেশৰ আক অমিতেশৰ দ্বাৰাই সম্ভৱ হব। সেয়ে তাই চিঠিৰ ফান্দ পাতিলে।

যথা সময়ত চিঠিখন অমিতেশৰ হাতত পৰিল। ঘটনাচক্ৰত সেইদিনাই কলিকতাৰ পৰা বাজখৰীয়াই ট্ৰাংক কল কৰিলে। তেতিয়া অমিতেশে চিঠিখনৰ কথা উল্লেখ কৰিলে। বাজখৰীয়াই অৱশ্যে তাত কোনো গুৰুত্ব নিদিলে।

আপুনি চিঠিখনৰ বাবে চিন্তিত নহব। এয়া নিশ্চয় কোনো বদমাচ মানুহৰ কাম। আপোনাৰ দুৰ্বলতাৰ সুযোগ লৈ টকা খোৱাৰ মতলব কৰিছে। এই বিষয়ে পুলিচকো একো নজনাব। কথাটো জনাজনি হৈ গলে এনেকুৱা ভাবুকি দি বহুতেই চিঠি লিখিব। বাজখৰীয়াই মাথোন এইখিনি উপদেশহে দিলে।

বাজখৰীয়াৰ উপদেশত অজিতেশৰ মন নভৰিল। কোনো সান্ত্বনা নাপালে। কিন্তু কি কৰিব তাকো থিৰ কৰিব নোৱাৰি দুগুণ অশান্তিৰ মাজত পৰিল।

সেইদিনা নিশা ঘটনা আক জটিল আকাৰ ধাৰণ কৰিলে। অমিতেশৰ বুদ্ধি-বৃত্তি লোপ পালে।

## নবীনৰ স্বপ্ন

লক্ষাই গঁচাগঁচিকৈয়ে টেক্চিখন এৰি দিলে। সি এতিয়া নবীনৰ টেক্চিকে ঘূটীয়াকৈ চলাইছে। এদিনতে নবীনে তাৰ ভাগ দুশ টকা পালে।

সেইদিনা দুপৰীয়া টেক্চি ষ্টেণ্ডত নবীনৰ গাড়ীখন ৰৈ আছিল। আৰু খনদিয়েক গাড়ীও আছিল। নবীনে নিজৰ গাড়ীতে বহি চুৰট এটা জলাই চকু মুদি সপোন ৰচিছে। লক্ষাই আন এখন গাড়ীত বহি গুনগুনকৈ কিবা ফিলমী গানৰ সুৰৰ আখৰা কৰিছে।

আৰে চালা নবীন, বহি বহি টোপনি গৈছ—খোঁৱা নেকি ?

নবীনে লৰচৰ নকৰি চকু মেলি কেঁৰাহিকৈ চালে। পুৰি আঙুলি ছুওঁ ছুওঁ কৰা চুৰটটো শেষ হোপা এটা মাৰি পেলাই দিলে।

কি চালা চালা কৰ বে ? তোৰ বাপেৰ চালা। নবীনে মিজাজত উঠি বহিলে। তাৰ জেপ এতিয়া গৰম। বুকুত বহুত বল। সি এতিয়া কালৈকো কেৰেপ নকৰে।

মানুহটো অবাক হৈ গ'ল। নবীন দুদিনৰ আগলৈকো তাৰ নিকিনা গোলাম হৈ আছিল। সি তাক বহুত বেয়া বেয়া গালি দিছিল। তেতিয়া নবীনে দাঁত নিকটাই হাঁহিছিল। যেন সি তাক মৰমহে কৰিছে। এতিয়া বিপৰীত কাণ্ড দেখি মানুহটোৰ এনেকুৱাহে লাগিল যেন তাৰ সন্মানত কাণতলীয়া চৰহে এটা শোধাই দিলে নবীনে।

কি হল, আজি দেখোন কাঢ়া মিজাজ দেখুৱাইছ ?

আটে হেজাৰ টকা বাকী পৰি থাকিলে কাৰবাৰ মিজাজ ভাল হৈ থাকে নেকি ?

ইমান টকা কত বাকী পৰিলে ? মানুহটোৱে সহানুভূতি জনালে।

ক'ত আৰু, তোৰ গুৰিতে।

মোৰ গুৰিত ? এই নবীন চালা মিছা কথা নকবি। মই কাৰো টকা বাকী ৰখা নাই।

এই কথাত নবীনৰ মিজাজ একেবাৰে পিৰি গ'ল। সি টিঙিৰি তুলাৰ দৰে জ্বলি পকি উঠি কিবা এটা বেয়া মাত মাতিবলৈ যাওতেই ঘপ কৰে বৈ গ'ল। তাৰ চকু টেলেক-টেলেক হল। ঘনাই বাৰদিয়েক সেপ ঢুকিলে।

চণ্ডালি কথা কবি। মানুহটোৱে তাৰ চোলাটো আকৌ কঁকালৰ তললৈ টানি নমাই দিলে। পেণ্টৰ জেপৰ পৰা চুৰটৰ পেকেট এটা উলিয়াই নবীনক এটা চুৰট যাচিলে। ধৰায়ো দিলে। বৰ খাতিৰ কৰিলে।

নবীনে তাৰ সপোন পাহৰি গ'ল। অলপ আগতে থকা মনটোও নাইকিয়া হল। সি আকৌ পুৰণি নবীনত পৰিণত হল। দুয়ো হাঁহি-মাতি কথা পাতিলে। মানুহটোৱে তাক ভাৰসাও দিলে।

কিবা কাম আছে নেকি ? নবীনে ফুচ্‌ফুচাই সুধিলে।

আছে। কিন্তু সাৱধান, তোৰ মতি-গতি আকৌ লুটিবাগৰ নাখায় যেন, দেখিবি।

নাই। নাই। বৰ টনাটনি চলিছে ভাই। ঘৰতো অশান্তি। সেয়ে মিজাজ বৰ বিগৰি আছিলে। তাতে চাছোন এশ টকা বুলি কথা হল ।

চৰ পাই যাবি বুলি মই কোৱা নাই ?

তই যদি কৈছ, ঠিক আছে বাৰু। এতিয়া টকা পাঁচটা মান আছে যদি দি থানা। চাউল কিনিবলৈ পইছা নাই। যিকিটা কমাইছিলো মালিকে আহি লৈ গ'ল। তাৰ বোলে বৰ দৰ্কাৰ। চালা সিও মোৰ নিচিনাই টোকোনা। নবীনে দাঁত নিকটাই হাঁহিলে।

মানুহটোৱে পাঁচটা টকা দিলে। কাণে কাণে কিবা কৈ গুচি গ'ল। নবীনৰ চকু দুটাও তাৰ পাছে পাছে গ'ল।

## দুৰ্ভাগ্য নে সৌভাগ্য ?

অমিতেশ বৰুৱাই ৰাজৰবীয়াৰ কথা মতে নিজৰ মনটোক বুজনি দিবলৈ যথেষ্ট চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। প্ৰথমতে ভাবিছিল বিজেতেশ

জীৱিত নাই। প্ৰকৃততে পুলিচে তেওঁক খোলোচা কৰি নকলেও তেনেকুৱা এটা ইঙ্গিতেই দিছিল। মনটোক সেই মতে প্ৰবোধ দিবলৈ চেষ্টা কৰিছিল। হেজাৰ হলেও সোদৰ ভাই। তেওঁলোকৰ মাজত বয়সৰ ব্যৱধান কম থকা বাবে প্ৰায় বন্ধুৰ তুল্যও আছিল। তেনে অৱস্থাত বিজিতেশৰ হাতৰ আখৰবোৰ চিনিব পাৰি তেওঁ আনন্দিত হৈছিল। টকা দহহেজাৰ দিবলৈ থিৰো কৰি পেলাইছিল। কিন্তু মাজতে ৰাজঘৰীয়াই গোলমাল লগাই দিলে। অথচ চিঠিখনৰ আখৰখিনিক তেওঁ অস্বীকাৰ কৰিব পৰা নাই। অৱশ্যে আনকালে তেওঁ চিঠিবোৰত যি সাহিত্যকসুলভ সৰলা ভাষা আৰু বিশিষ্ট এক ৰচনাভঙ্গী ব্যৱহাৰ কৰে সেই ভাষা বা ভঙ্গী নাই। নথকাটো অস্বাভাৱিক নহয়। হয়তো অসুস্থ, হয়তো মানসিক ব্যতিক্ৰম ঘটিছে।

চিঠিখন তেওঁ ৰাতিপুৱাই পাইছে। বাহিৰত থকা চিঠিৰ বাকচত আছিলে। তাৰ দুঘণ্টামানৰ পাছতে পালে ৰাজঘৰীয়াৰ টেলিফোন। চিন্তাবোৰ খেলি-মেলি লাগি গ'ল। হঠাতে এটা বজাত তেওঁ আকৌ মত পৰিবৰ্তন কৰিলে। তেওঁ বেঙ্কৰপৰা দহ হেজাৰ টকা তুলি আনিবলৈ চেক কাটি দিলে।

খোকা-মোজা অৱস্থাতে আৰু কেইটামান ঘণ্টা বাগৰি গ'ল। সময় যিমানে কাষ চাপি আহিছে সিমানেই মানসিক চাঞ্চল্য বাঢ়ি গৈছে। তেওঁ বাৰাণ্ডাত অস্থিৰ ভাৱে পায়চাৰি কৰিবলৈ ধৰিলে।

হজুৰ, এক বুঢ়া বাবু আহিছে। আপোনাক লগ পাব খুজিছে। নেপালী দৰোৱানে খবৰ দিলে অমিতেশক।

অমিতেশে বাহিৰলৈ চাই পঠিয়ালে। এজন আদহীয়া ভদ্ৰলোক পছুলি মুখত বৈ আছে। সম্ভ্ৰান্ত চেহেৰা। কিন্তু পোছাকত দৈন্যতা প্ৰকাশ পাইছে। গাত সাধাৰণ এখন চাদৰ। শকত লগুণডাল ওলাই আছে। কান্ধত এটা মোনা। দেখিলে ধাৰণা হয় কোনো মন্দিৰৰ নৈষ্ঠিক পূজাৰী বামুণ। এতিয়া কাৰো লগত সাক্ষাৎ কৰাৰ তেওঁৰ মুঠেও ইচ্ছা নাছিল। তথাপি

মানুহজনক ঘূৰাই পঠিয়াবলৈ ভাল নাপালে। হয়তো কোনো আত্মীয়। হয়তো পৰিয়ালৰ লগত কোনো ধৰণে সম্পৰ্কিত মানুহ। অমিতেশে পঠিয়াই দিবলৈ কলে।

মানুহজন ঘৰত প্ৰবেশ কৰিয়েই কলে. মিঃ বৰুৱা, আচৰিত হোৱা ভাব প্ৰকাশ নকৰিব। মোৰ লগত চিনাকি মানুহৰ দৰে ব্যৱহাৰ কৰিব। মোৰ চা-চিনাকি লাহে লাহে দিছো। সাৱধান, উত্তেজিত নহব, বেছি কথা নকব। মাথোন মোৰ কথা শুনি যাব। মাজে মাজে স্বাভাৱিক শোকগ্ৰস্ততাৰ ভাও দি দুই এটা প্ৰাসঙ্গিক কথা কব। মানুহজনে দাড়ি-কমা অগ্ৰাহ্য কৰি কথাখিনি কৈ গ'ল।

অমিতেশক আচৰিত নহবলৈ কলে। অথচ কোৱাৰ ফলত তেওঁ দুগুণ আচৰিত হল।

আঃ বৰুৱা, স্বাভাৱিক হবলৈ চেষ্টা কৰক। মোৰ ওপৰত শত্ৰুৰ চকু আছে।

শত্ৰু ?

হঁ। আপোনাৰো। অনুগ্ৰহ কৰি হাঁহি মুখেৰে মোক ভিতৰলৈ মাতি নিয়ক। অভিনয়, বৰুৱা, শুদ্ধ অভিনয় কৰি যʼক।

আগন্তুকক চিনি নাপায় অমিতেশে। বিশ্বাস-অবিশ্বাসৰ কোনো প্ৰশ্নও তেওঁৰ মনত উঠা নাই। উঠিবলৈ চলো পোৱা নাই। কিন্তু এটা কথা বুজিলে যে মানুহজন শত্ৰুৱেই হওক বা মিত্ৰয়েই হওক তেওঁৰ কথা উলংঘা কৰাৰ উপায় নাই। মানুহজনে যেন তেওঁৰ ওপৰত এক অশৰীৰি আধিপত্য বিস্তাৰ কৰি পেলাইছে। অমিতেশ বৰুৱাই আগন্তুকৰ কথা মতে অভিনয় কৰিলে। 'তেওঁক মাতি নিলে ভিতৰলৈ।

বহক। আগন্তুকে গৃহস্থকে বহিবলৈ খাটিলে।

শুনক মিঃ বৰুৱা। মোৰ প্ৰকৃত নাম শুনিলে হয়তো ভয় খাব। কিন্তু ঈশ্বৰৰ শপত মই আপোনাৰ বন্ধুৰূপে আহিছো।

অমিতেশৰ মুখখন শুকাই গʼল। তেওঁৰ দৃষ্টি হল প্ৰখৰ।

মই জয়পাল ৰাজখৰীয়া।

কি ?

চুপ। মিঃ বৰুৱা। কথাটো সঁচা। কিন্তু মানুহটো মিছা। আচল জয়পাল ৰাজখৰীয়াই বৰ্তমানে কাশ্মীৰ উপত্যকাত বিশ্ৰাম কৰি আছে।

কিন্তু ৰাতিপুৱা কলিকতাৰ পৰা যে ফোন কৰিলে ?

নাই কৰা। গুৱাহাটীৰ পৰাই কৰিছিলো।

ট্ৰাংক কল ।

নহয়। মইহে ট্ৰাংকল বুলি কৈছিলো।

তেন্তে আপুনি ?

দস্যু ভাস্কৰ।

দ ।

চুপ্। মই আগতেই কৈছো মই বন্ধুৰূপে আহিছো। ভয় নকৰিব। অবিশ্বাস নকৰিব।

তেন্তে বিজিতেশ।

জীয়াই আছে। এই কাম মোৰ কাৰণে। সিহঁতে ৰাজখৰীয়াক চিনি পাইছে। আৰু জানিব পাৰিছে যে ৰাজখৰীয়াই আপোনাৰ লগত যোগযোগ ৰাখিছে। সেই কাৰণেই মই টেলিফোনত উপলুঙা ভাব দেখুৱাইছিলো। কিন্তু বাদ দিয়ক সেইবোৰ কথা। সিহঁতে মাতি পঠিলা ঠাইলৈ আপুনি যাব। নিৰ্ভয়ে যাব।

অমিতেশে সপোন দেখিছে নেকি ? তেওঁতো সাৰেই আছে। নে নাই। তেওঁ লুকুৱাই নিজৰ গাতে চিকুটি চালে। নাই, তেওঁ সপোন দেখা নাই। তেওঁ বাস্তৱতে তেওঁৰ সমুখত পকাচুলীয়া বামুণজনক দেখিছে। কিন্তু ···কিন্তু তেওঁ কৈছে যে তেৱেঁই ৰাজখৰীয়া, তেৱেঁই দস্যু ভাস্কৰ।

আপুনি বিশ্বাস কৰিব পৰা নাই ? ভাস্কৰে সুধিলে।

আগতে কওঁকছোন, মই সাৰে আছোতো ?

নিশ্চয়। তাত কোনো সন্দেহ নাই।

তেন্তে দস্যু ভাস্কৰক যে যাদুকৰ বুলি কয়, কথাটো সঁচা?

মিছা। দস্যু ভাস্কৰ যাদুকৰ নহয়।

তেন্তে যি দস্যুৰ ভয়ত ৰোৰ ককাইদেৱে তেওঁৰ ধন লুকুৱাই ৰাখিবলৈ দুৰ্ভেদ্য ট্ৰাংকম বনালে, দেশত চহকী মানুহবোৰে যি কোনো নিশা দস্যু ভাস্কৰৰ আবিৰ্ভাৱৰ আশঙ্কাত উজাগৰে কটায় সেই দস্যু ভাস্কৰ আহিছে বিখ্যাত ধনী আৰু সমানে বিখ্যাত এজন কৃপণ মানুহৰ মৃত্যু-ৰহস্য উদ্‌ঘাটন কৰিবলৈ সেই কথা জানো বিশ্বাসযোগ্য?

হয়তো নহয়। নোহোৱাৰ কাৰণ কিন্তু মই নহওঁ। কাৰণ হৈছে ধনীবোৰৰ কাম আৰু মনৰ পাপ। আজি পৰিস্থিতি বেলেগ। এক নিষ্ঠুৰ স্বাৰ্থপৰ দস্যুৱে আমাৰ মানুহৰ সম্পদ লুণ্ঠন কৰিবলৈ, এক জঘন্য হত্যাকাণ্ড চলাবলৈ চেষ্টা কৰিছে। মই এই লুণ্ঠনৰ বিৰোধী। মই তেনেকুৱা স্বাৰ্থপৰ লুণ্ঠনকাৰীক চূৰ্ণ কৰো। হত্যাকাৰীক তাৰ যোগ্য প্ৰাপ্য দিওঁ। এই ক্ষেত্ৰত বিজিতেশ বৰুৱা জড়িত। তেওঁ ধনী নহয়। তেওঁ শোষক নহয়। তেওঁ বাণীৰ পূজাৰী। তেওঁৰ মাজত কোনো স্বাৰ্থপৰতা নাই। তেওঁ সামাজিক মানুহ। তেওঁ জনগণৰ মুখপাত্ৰ। তেওঁক ৰক্ষা কৰা মোৰ, আমাৰ পবিত্ৰ কৰ্ত্তব্য।

ভাস্কৰৰ কথাত, অমিতেশে যেন এক নতুন দৃষ্টি লাভ কৰিলে। তায়েক বিজিতেশৰ সম্পৰ্কে এটা নতুন ধাৰণা পালে। হঠাতে যেন পৃথিৱীৰ চেহেৰাটো বেলেগ হৈ পৰিল। বৰ আহল-বহল, বৰ উদাৰ যেন লাগিল। তেওঁ অনুভৱ কৰিলে পৃথিৱীত একালে ঠগী, দস্যু, শোষক আৰু খুনীবোৰ, আনফালে দুৰ্বল, দুখীয়া আৰু দালৰ কৰা এচাম মানুহেই অকল বাস নকৰে। পৃথিৱীত আন এবিধ মানুহো বাস কৰে যি এই সকলোবোৰৰে এক প্ৰতিবাদ। শক্তিশালী প্ৰতিবাদ। নিৰ্ভয় প্ৰতিবাদ।

আপুনিয়েই যে দস্যু ভাস্কৰ তাৰ প্ৰমাণ কি? অমিতেশে সুধি পেলালে।

ভাস্কৰে খন্তেক কিবা চিন্তা কৰিলে। মোৰ এটা প্ৰতীক চিহ্ন আছে বুলি জানে নেকি ?

শুনিছো। কটা হাতৰ ৰঙা ছাব।

সেইটো দেখিলে আপুনি বিশ্বাস কৰিব পাৰিব ? ভাস্কৰে সুধিলে।

অন্ততঃ। অমিতেশে দোমোজা ভাবত কলে।

তাতকৈ বেছি প্ৰমাণ মোৰ দিবলৈ নাই। যদি বিচাৰে তাকে দিব পাৰো। কিন্তু প্ৰতিজ্ঞা কৰিব লাগিব কাইলৈ পুৱালৈকে এই ছাব কাকো নেদেখুৱাব। মোৰ বিষয়ে কাৰো লগত কোনো আলোচনা নকৰিব।

বেচ। প্ৰতিজ্ঞা কৰিছো।

ভাস্কৰে চেণ্টাৰ টেবুলত থকা এখন আলোচনীৰ ওপৰত আঙঠিৰ ছাব এটা মাৰি দিলে। কটা হাতৰ ৰঙা ছাবটো জলজল কৰি উঠিল। অমিতেশ বকৰাই মন্ত্ৰমুগ্ধৰ দৰে ছাবটোলৈ চাই থাকিল।

কি ভাবিছে ?

মই বুজিব পৰা নাই। আপুনি আমাৰ দুৰ্ভাগ্য নে সৌভাগ্যৰ দূত। যি কি নহওক আপোনাক স্বীকাৰ কৰাৰ বাহিৰে এই সময়ত মোৰ কৰিবলগীয়াও একো নাই। আপুনি কফি খাব ?

কোনো নৈষ্ঠিক অসমীয়া বামুনে কফি পান নকৰে বকৰা। মোক বৰং এবাটি চাহ দিব পাৰে।

চাহ খাই বামুণজন বিদায় লৈ গুচি গ'ল।

কিবা এক অমঙ্গলীয়া আশংকাত অমিতেশৰ বুকুখন ধপধপাবলৈ ধৰিলে। কিন্তু তেওঁ আগন্তুক মানুহজনক অস্বীকাৰ কৰিব নোৱাৰিলে।

## শইকীয়াৰ শণিগ্ৰাস

কিবাটি শইকীয়াই অকলে অকলে খাই এবা চুৰটৰ টুকুৰা কেইটাৰাল পৰীক্ষা কৰিছে। এটা মেগনিফাইং গ্লাচৰ মাজেৰে একেথৰণে চাইছে যেন সেই

টুকুৰাবোৰৰ ভিতৰত ডকাইত বা খুনী এটাহে সোমাই আছে। এনেকুৱাতে বিকাশ বৰুৱাৰ গাড়ীখন পদূলিমুখত দেখা দিলে। শইকীয়াই মুৰ দাঙি চাই দৈ আকৌ নিজৰ কামত মন দিলে।

কি কৰিছে শইকীয়া ? বিকাশ বৰুৱাই সোমাই আহি সুধিলে।

খুনীক বিচাৰিছো। শইকীয়াই কলে। বহক মিঃ বৰুৱা।

কিবা সূত্ৰ পালে ?

কব নোৱাৰিছো। মই আপোনাক আগতে কোৱা নাছিলো। এই চহৰত বিদেশী চুৰট খোৱা যিমান মানুহ আছে তেওঁলোকৰ এখন তালিকা কৰি পেলাইছো।

বিদেশী চিগাৰেট ভাৰতে আমদানি কৰে জানো ? বৰুৱাই সুধিলে।

ভাৰতে বহুত বস্তুৱেই আমদানি নকৰে। সেইবুলি আমাৰ দেশত সেইবোৰ বস্তুৰ আকাল আছে নেকি ?

কথাটো সঁচা। স্মাগলিঙৰ আশীৰ্বাদত বিদেশী বস্তু কিনাৰ গৌৰৱ আমি ৰক্ষা কৰিব পাৰিছো। বাৰু, কথাটো কি কওকছোন ?

সিদিনা বিশ্বজিতেশৰ ঘৰত পোৱা চুৰটৰ টুকুৰাবোৰৰ কথা আপোনাৰ মনত আছেনে ?

নিশ্চয়। বিশ্বজিতেশ নিজে ধূমপায়ী নহয়।

এই জাতৰ চিগাৰেটতকৈ দামী চিগাৰেট পৃথিৱীত নাই। পৃথিৱীত ইয়াৰ গ্ৰাহক পাঁচ হেজাৰৰ বেছি নহয়।

দাম কিমান ?

বিছ্‌তীয়া এপেকেটৰ দাম ওঠৰ ডলাৰ। অৰ্থাৎ টকাৰ হিচাপত প্ৰায় এশ আশি টকা।

অসম্ভৱ।

আমাৰ ওচৰত। কিন্তু থাওক সেই কথা। আমি এই চহৰত সেই চিগাৰেট খোৱা মানুহ বা বেচা দোকানৰ কাৰণে তন্ন তন্ন সন্ধান চলালো।

দৈনিক ব্যৰ্থতাৰ বিপৰ্টৰ বাহিৰে আশাৰ কোনো পোহৰ বিচাৰি নাপাওঁ। কিন্তু কালি নিশা এখন দোকানৰ আগত এইধৰণৰ এটা চুৰটৰ টুকুৰা পাই মোক দিলেহি।

ধূমপায়ীজনক পালে নে নাই ? বকৰাই সুধিলে।

দেখিলেহে। কাৰণ মানুহজনে চুৰটৰ টুকুৰাটো পেলাই মটৰত উঠিছিল। লগে লগে গাড়ীখন ষ্টাৰ্টদি গুচি গৈছিল।

এজন মানুহহে আছিল নেকি ?

লগত এগৰাকী মহিলাও আছিল। সম্ভৱতঃ তেওঁলোক স্বামী-স্ত্রী।

মানুহ যোৰা স্থানীয় নে বিদেশী ?

বিদেশী বুলিয়েই ধাৰণা কৰিলে। এওঁলোকক চহৰত মাজে মাজে দেখা বুলিও কলে।

গাড়ীৰ নম্বৰটো ৰাখিছিলেনে নাই।

ৰাখিছিলে। আমাৰ ইয়াৰ গাড়ী নহয়।

চাৰ, চিঠি। পহৰাজনে খটকৈকৈ বুট মাৰি কলে।

শইকীয়াৰ হাতত চিঠিখন দি পহৰাজন গুচি গ'ল।

শইকীয়াই চিঠিখন মেলি চকখাই উঠি এটা অদ্ভূত শব্দ কৰিলে। চিঠিখন টেবুলত থৈ তাৰ ওপৰত এটা ভুকু মাৰিলে।

কি হল শইকীয়া ? বিকাশ বকৰাই উদ্বিগ্ন দৃষ্টিৰে চাই সুধিলে।

শনিগ্ৰহ প্ৰবল হল। দাঁত কৰচি কলে শইকীয়াই।

বিকাশ বকৰাই হাঁহিলে। মনে ধৰিছে গ্ৰহ তুষ্টহে হৈছে। তাৰে প্ৰমাণ চিঠি।

আপুনিয়ে পঢ়ক। চিঠিখন ঠেলি দিলে বকৰাৰ ফালে।

"মহামহীম শ্ৰীযুত কিৰীটি শইকীয়া মহাশয় সমীপেষু, অধীনৰ এটি বিনীত নিবেদন মহোদয়ৰ আগত দাঙি ধৰিব খোজো। মহোদয়ে যদি সেই নিবেদনৰ প্ৰতি কিঞ্চিত কৰ্ণপাত কৰে তেন্তে অধীন মহোদয়ৰ ওচৰত চিৰকৃতজ্ঞ থাকিব।

"ক্ষমা কৰিব শইকীয়া ডাঙৰীয়া, অলপ ৰহস্য কৰাৰ লোভ সামৰিব নোৱাৰিলো। এইবাৰ কামৰ কথালৈ অহা যাওক।

"শইকীয়াদেউ, সিদিনা আপোনাৰ ঘৰত আলহী হৈ পৰম তৃপ্তি লভিলো। তেতিয়াই জানিব পাৰিলো আপোনাৰ মানসিক অৱস্থা ৰৰ বেয়া। জানিব পাৰি বৰ বেজাৰ পালো। সেইদিনাই প্ৰতিজ্ঞা কৰিলো যে আপোনাৰ মনো-বেদনা মই দূৰ কৰিম। মোৰ প্ৰতিজ্ঞা-পূৰণৰ শুভলগ্নটি আজিয়েই পৰিছে।

"ছেঃ। চাওক তথাপি মই গহীন হব পৰা নাই। মোৰ এই চপলতাৰ বাবে আকৌ ক্ষমা মাগিছো।

"শুনক মিঃ শইকীয়া বিজিতেশ বৰুৱাক জীৱিত অৱস্থাত উদ্ধাৰ কৰিব পাৰিলে আপুনি সুখী নহবনে? মই জানো আপুনি সুখী হব। কাৰণ আপোনাৰ ছাৰ্ভিচ ৰেকৰ্ডত আৰু এটি সুনাম যুক্ত হব।

"আজি নিশাই সেই কাম কৰিব লাগিব। তাৰ বাবে এটা বিৰাট বাহিনীৰ প্ৰয়োজন হব। অন্ততঃ পঞ্চাছ জনৰ এটা বাহিনী। আপুনি কিন্তু ঘৰতে থাকিব। নিশা বাৰ বাজিবলৈ আধা ঘণ্টামান থাকোতেই আপুনি আৰু এখন চিঠি পাব। কেনেকৈ প'ব সেই বিষয়ে কোনো কৌতূহল প্ৰকাশ কৰি বাহিৰত বৈ নাথাকে যেন। সেইখন চিঠিতে আপুনি জানিব পাৰিব বিজিতেশ বৰুৱা ক'ত আছে আৰু কি উপায়ে তেওঁক উদ্ধাৰ কৰিব লাগিব।

"আৰু এটা কথা। আপোনাৰ বাহিনীটোক এখন লাইন-বাছত লৈ যাব। বাছখনৰ খিৰিকীবোৰ যেন বন্ধ কৰি লাইট ছমুৱাই ৰখা হয়। অৰ্থাৎ বাছত যে মানুহ আছে সেই কথা যেন বাহিৰপৰা কোনেও ধৰিব নোৱাৰে। তাৰ পাছত তাৰ পাছত আপোনাক এটা আচৰিত উপহাৰ দিম। লেয়া কি উপহাৰ আপুনি কল্পনাও কৰিব নোৱাৰে। আশা কৰো অধমৰ এই গোহাৰি অগ্ৰাহ্য নকৰিব। কৰিলে ফলাফলৰ কাৰণে আপুনি দায়ী হব। আকৌ এদিন আপোনাৰ আলহী হোৱাৰ বাসনাৰে—ৰস্ময় ভাস্কৰ।"

বিকাশ বৰুৱাই মনে মনে চিঠিখন পঢ়িলে। পঢ়ি থাকোতে তেওঁৰ মুখৰ

ৰৰণ বাৰে বাৰে সলনি হৈছিল। সমানে কৌতুক আৰু উত্তেজনা প্ৰকাশ পাইছিল। পঢ়া হলত এটা হুমুনিয়া পেলাই শইকীয়াই চিঠিখন আগবঢ়াই দি কলে, আপুনিও পঢ়ক।

কিৰীটি শইকীয়াই বিকাশ বৰুৱাৰ ভাবান্তৰ মন কৰিছিল। সেয়ে তেওঁ এইবাৰ নপঢ়ো বুলি কব নোৱাৰিলে। তেওঁ পঢ়িবলৈ ধৰিলে। আৰু একে উশাহে পঢ়ি পেলালে।

ফচহ কথা। শইকীয়াই একাষাৰতে উৰুৱাই দিলে।

বিকাশ বৰুৱাই তৎক্ষণাতে একো উত্তৰ নিদিলে।

তাৰ চপলতাখিনি নধৰিব শইকীয়া। বিকাশ বৰুৱাৰ কথাত কাতৰতা প্ৰকাশ পালে।

নধৰিলো যেনিবা। কিন্তু ৰাতি বাৰ বজাত আকৌ এখন চিঠি দিয়াৰ অৰ্থ কি? এইবোৰ বাহাদুৰী যহোৱা কথা নহয় জানো?

হয়তো হয়। হয়তো নহয়। কিন্তু সেইবোৰ চিন্তা বাদ দি আচল কথাটো ভাবক। এই সুযোগ

সুযোগ? মই বিশ্বাস নকৰো।

কৰিলে, লাভ নহলেও হানি একো নহব শইকীয়া।

আপুনি তেন্তে তাৰ কথামতে সাজু হবলৈ কয়?

নিশ্চয়।

বেচ তেন্তে। মই এতিয়াই ইন্দ্ৰজিতক নিৰ্দেশ দিছো।

দিয়ক। মই আপোনাৰ ফোনলৈ বাট চাই থাকিম। এতিয়া যাওঁ।

বিকাশ বৰুৱা গুচি গ'ল। কিৰীটি শইকীয়াই আকৌ চিঠিখন পঢ়িবলৈ ধৰিলে।

## নৱীনৰ আত্মসমৰ্পণ

নৱীনক পাঁচটকীয়া নোট এখন দি মানুহটো গুচি গ'ল। সি জানি গ'ল

যে তাৰ কাম সি ইমান গুপুতে সমাধা কৰিলে যে বিশ্ব ব্ৰহ্মাণ্ডত আন কোনোৱে তাক গম নাপালে।

লক্ষাই গাড়ীৰ পৰা নামি নৰীনৰ গাড়ীৰ কাষলৈ গ'ল। নৰীনৰ মুখখন বেজাৰ বেজাৰ।

পাৰ্টি ? লক্ষাই ইঙ্গিতেৰে সুধিলে।

ওঁ।

কেইটাত ?

ৰাতি বাৰ বজাত।

চাব্বাচ্। আজি তোৰ ভাগ্যৰ চকা তেজে ঘূৰিল। লক্ষাই নৰীনৰ কান্ধত ধকা এটা মাৰি কলে।

তাৰ মানে ?

মানে, বাকী পৰা টকাখিনি আজি পাই যাবি।

কেনেকৈ ?

সেই কথা তই ভাবিব নালাগে। টকা তই পাবহে লাগিছে।

দুহেজাৰ চাৰিশ ?

বেছিও হব পাৰে।

সঁচা ?

চাবিনা। সন্ধিয়া সাত বজাত গাড়ীখন গেৰেজত থৈ 'পবিত্ৰ হিন্দু হোটেল'লৈ আহিবি ? মই চাৰি নম্বৰ ঘৰত থাকিম। মনত থাকিবতো ?

নৰীনে ভেবা লাগি লক্ষাৰ মুখলৈ চাই থাকিল। সি লক্ষাৰ লগত বন্ধুত্ব কৰিলে। এই বন্ধুত্বই তাক লাভ আনি দিছে। হয়তো আৰু দিব। মনত নতুনকৈ বল-ভাৰসা পাইছে। কিন্তু লক্ষাক সি বুজিব পৰা নাই। তাৰ মনটোক যেন চুব পৰা নাই। মাজে মাজে ভয় লাগে তাৰ। লক্ষাই যেতিয়া তাৰ মুখলৈ চায় তেতিয়া তাৰ বুকুখন চিপিং চিপিং কৰিবলৈ ধৰে। সেয়া যে ভয়ত সিও নহয়। অথচ কিয় কৰে তাকো সি কব নোৱাৰে। কিবা এক

অজান ৰহস্যই যেন লঙ্কাক আৱৰি আছে। সেই ৰহস্য ভেদ কৰাৰ শক্তি তাৰ নাই। সি লঙ্কাৰ ওচৰত আত্মসমৰ্পণ কৰিলে।

## নিষাদৰ শেষ ৰজনী

নিশা বাৰ বাজিবলৈ দহমিনিট থাকোতে নৰীনে গাড়ীখন নি সেই ৰহস্যময় ঘৰটোৰ আগত ৰখাই দিলে। নিজান নিজম ৰাতি। সেইখিনিত নতুনকৈ মানুহ বহিছে। বহুত ঘৰ সজাৰ কাম চলিছে। কেউফালে মুকলি পথাৰ। জীৱন ইয়াত এতিয়াও অচঞ্চল।

এটা মানুহ ওলাই আহিল। গাড়ীৰ ভিতৰত জুমি চালে।

নম্বৰ? মানুহটোৱে নৰীনক সুধিলে।

বাৰ-বাৰ। নৰীনে কলে।

মানুহটো তৎক্ষণাৎ গুচি গ'ল।

দুই মিনিটৰ পাছতে চাৰিজন মানুহ ওলাই আহিল। দুজন পাছৰ চিটত বহিলে। আৰু বেজিনাৰ দেহৰক্ষী মোলা আৰু নন্দন বহিলে নৰীনৰ কাষত। নন্দন বোলাটোৱেই নৰীনক বাট দেখুৱাই নিবলৈ ধৰিলে। নৰীনৰ গাড়ীখন চহৰৰপৰা দূৰ, আৰু দূৰলৈ যাবলৈ ধৰিলে।

যি মুহূৰ্তত নৰীনৰ গাড়ীখনে যাত্ৰা কৰিলে সেই মুহূৰ্ততে চোৰাংচোৱা বিভাগৰ এজন কনিষ্টবলে শইকীয়াৰ হাতত চিল কৰা খাম এটা দিলে।

শইকীয়াই কনিষ্টবলজনক কোনো প্ৰশ্ন নকৰি যাবলৈ দিলে। তেওঁ চিল-কৰা খামটো ফালি চিঠি এখন উলিয়াই পঢ়িবলৈ ধৰিলে। এবাৰ দুবাৰ তিনিবাৰ পঢ়িলে। পঢ়ি ঔতাই ঘড়ী চালে। তেওঁ কোনত কাৰবাক সাংকেতিক ভাষাত কিবা কলে।

দহ মিনিটৰ পাছত জীপ এখন আহি গ'ল। তেওঁ জীপত উঠিলেগৈ।

নিবাদৰ ঘৰৰ অদূৰত ৰাস্তাৰ কেঁকুৰী এটাত বাছ এখন ৰৈ দিলে। তাৰ কাষতে এখন জীপ।

বাছখনৰ কাষেদি এখন টেকচি নিবাদৰ ঘৰৰ ফালে গুচি গ'ল। টেকচিৰ ড্ৰাইভাৰ নবীন।

নিবাদৰ ঘৰৰ আগত টেক্‌চিখন ৰ'ল। মানুহ এটা ওলাই আহিল। গাড়ীৰ ভিতৰত জুমি চালে।

নম্বৰ ?

বাৰ-বাৰ।

কি কথা ?

বিন্দা, ৰাম সিং আৰু জব্বৰক মাতিছে। তুৰন্তে যাব লাগে।

মানুহটো গুচি গ'ল। তাৰ দুমিনিটৰ পাছত তিনিটা মানুহ ওলাই আহি টেক্‌চিত উঠিলে। পাছে পাছে প্ৰথমে অহা মানুহটোও আহিলে।

খাপা চাহাব, নবীনে মানুহটোক মাত দিলে।

কি ?

বৰ চাহাবে তোমাক গেটত থাকিবলৈ কৈছে। কোনোফালৰপৰা মানুহ বা গাড়ী এইফালে অহা দেখিলেই ৰাস্তালৈ ওলাই আহি মানুহ বা গাড়ী অহাফালে লাহে লাহে গৈ থাকিবা। গাড়ী বা মানুহ পাৰ হৈ গলে আকৌ নিজৰ ঠাইলৈ ঘূৰি আহিবা। বুজিছাতো ?

বুজিছো।

গুনা ভাই মোক যেনেকৈ কবলৈ কৈছিলে কলো নে নাই তোমালোকে বৰচাহাবক জনাই দিবা। নবীনে মানুহ তিনিটাক সাক্ষী ৰাখিলে।

ক'ম ক'ম। কিয় নক'ম। পিছে আমি কিমানদূৰ যাব লাগিব ? এটাই সুধিলে।

ওচৰতে। এইবুলি কৈ নবীনে গাড়ী চলাই দিলে।

গাড়ীখন কেঁকুৰাত পাক লোৱাৰ লগে লগে বাছখনৰ আঁৰৰ পৰা এজাক আৰ্ম পুলিচে বন্দুক টোঁৱাই বাট ভেটি থিয় হল। গাড়ীখন বৈ গ'ল।

পুলিচে গাড়ীখন বেৰি ধৰিলে। বিষয়া এজনে ভিতৰৰ মানুহকেইটাক এটা এটাকৈ নামিবলৈ কলে। বিনা প্ৰতিবাদে সিহঁত নামি আহিল। লগে লগে হাত কেৰেয়া লগাই বাছত তুলি ললে। নৱীনক চিপাহী এজনৰ জিম্মাত গাড়ীৰে সৈতে থানালৈ পঠিয়াই দিলে। বাছখন এইবাৰ নিষাদৰ ঘৰৰ ফালে যাবলৈ ধৰিলে।

থাপা বোলাটোৱে নৱীনৰ কথা মতে বাছখন অহা দেখি আলিবাটলৈ ওলাই আহিল। বাছখন অহা ফালে যাবলৈ ধৰিলে। পাছে পাছে আহি থকা জীপৰপৰা বিষয়া এজনে জাঁপ-মাৰি নামি তাৰ বুকুত পিস্তল টোঁৱাই ৰবলৈ কলে। মানুহটোৱে ঘটনাৰ উমান ধৰিবলৈ পোৱাৰ আগতে তাৰ হাতত হাত-কেৰেয়া লাগি গ'ল।

নিষাদৰ ঘৰত যেতিয়া নাটকৰ শেষ অঙ্কৰ অভিনয় চলিছিল তেতিয়া অইন এঠাইত আন এখন নাটকৰ যৱনিকা উঠিবলৈ ধৰিছিল।

নৱীনে বছুল, বেজিনা, মৌলা আৰু সিহঁতৰ সহকাৰী হিচাপে নন্দন নামেৰে গুণ্ডা এটাক লৈ চহৰৰ পৰা প্ৰায় দহ মাইল আঁতৰত এখন এৰা গাঁৱৰ এটা এৰা ঘৰৰ আগত নমাই দিলে। এই গাঁওখন চৰকাৰে দখল কৰিছে। মানুহবোৰক অইন এঠাইত নি পাতিছে। ইয়াৰ বেছি ভাগ ঘৰ-দুৱাৰ ভাঙি নিয়া হৈছে। আছে মাথোন এটা সৰু পকী ঘৰ। তাৰো চাল আৰু দুৱাৰ-খিৰিকীবোৰ নাই।

গাড়ীখন বাৰীৰ ভিতৰত লুকুৱাই থ গৈ। তই গাড়ীতে থাকিবি। নৱীনক আদেশ কৰিলে বেজিনাই।

বাৰু মেমচাহেব। এই বুলি নৱীনে ঠাইডোখৰ পৰীক্ষা কৰি জোপা এটাৰ আঁৰত গাড়ীখন থলে গৈ। তাৰপৰা ঘৰটোৰ দূৰত্ব দহ গজমান হব।

অলপ পাছতে আক এখন গাড়ী অহাৰ শব্দ পোৱা গ'ল।

আহিছে হব পায়। বেজিনাই কলে।

কিন্তু বদমাচটোৱেই নে অমিতেশেই তাকেহে কব পৰা নাই। বন্ধুলে কলে।

সি খবৰ পোৱাটো যদি সঁচা হয় তেন্তে নিশ্চয় আহিব। এনে সুযোগ সি এৰি নিদিয়ে। বেজিনাই কলে।

ৰাজবৰীয়া আক দস্যু ভাস্কৰ যদি একে মানুহ হয় তেন্তে সি যে জানিব পাৰিছে তাত কোনো সন্দেহ নাই। কাৰণ সিইতৰ টেপ কৰা কথাখিনিয়েই তাৰ প্ৰমাণ।

এই সময়তে এখন ফিয়েট গাড়ী ঘৰটোৰ আগত বৈ দিলে। অমিতেশ বকৱাই নিজে গাড়ী চলাই আহিছিল। তেওঁ গাড়ীৰ ষ্টাৰ্ট বন্ধ কৰি ইফালে সিফালে চাবলৈ ধৰিলে। হঠাতে আন্ধাৰৰ মাজৰপৰা নন্দন বোলাটোৱে বকৱাৰ কাষত থিয় হৈ কলে, নামি আহক। বকৱাই গাড়ীৰপৰা নামিলে। তেওঁক ঘৰটোৰ ভিতৰলৈ মাতি নিলে। হঠাতে এটা পোহৰ পৰিল তেওঁৰ মুখত।

কুকুৰৰ পোৱালি নাহিলে। হতাশ সুৰত কলে বন্ধুলে।

টকা আনিছে? বেজিনাই সুধিলে অমিতেশক।

আনিছো। বিজিতেশ ক'ত।

সামান্য দহ হেজাৰে বিনিময়ত এটা মানুহ পোৱা নাযায় মিঃ বকৱা। বেজিনাৰ কণ্ঠত ব্যঙ্গৰ সুৰ।

চিঠিত কিন্তু সেই কথাই লিখা আছিল।

সেই মূল্য আপোনাৰ পৰা আমি অইন এজনৰ যোগেদি বিচাৰিছিলো।

কাৰপৰা?

আপোনাৰ বন্ধু ধূৰ্ত ৰাজবৰীয়া তথা দস্যু ভাস্কৰৰ পৰা।

দস্যু ভাস্কৰৰ পৰা?

হয় মহাশয়। আপুনি এটা এক নম্বৰৰ মূৰ্খ। নহলে কথাটো আগতে বুজি পালেহেঁতেন।

আপোনালোকৰ হৃদয়ত অলপো দয়া মায়া নাইনে? মোৰ দাদাক হত্যা কৰি বিপুল পৰিমাণ ধন-সোণ লুণ্ঠন কৰিলে। ভাইটোক অপহৰণ কৰিলে। আশা হৈছিল সি হয়তো জীয়াই আছে। কিন্তু এতিয়া বুজিব পাৰিছোঁ ভাগ্যৰ কৃপাত ৰাধাকিষণ ৰক্ষা পালেও বিজিতেশক হত্যা কৰা হৈছে। কিন্তু সিমানতো আপোনালোক সন্তুষ্ট হোৱা নাই। মোক লৈ খেলা কৰিছে। অমিতেশৰ মাতটো গধুৰ হৈ আহিছিল।

বিজিতেশ বকরা জীৱিত আছে। তাক আমি মুক্তি দিবলৈকো সাজু। কিন্তু তাৰ বিনিময়ত এইবুলি ৰেজিনাই আকৌ লাইট জ্বলালে। অমিতেশৰ মুখখন চাই ললে। তাৰ পাছত কলে, তাৰ বিনিময়ত আমাৰ আদেশ পালন কৰিব লাগিব।

অমিতেশে কোনো কথা নকলে।

কি ভাবিছে? ৰেজিনাই প্ৰশ্ন কৰিলে।

কি আদেশ?

ৰাজঘৰীয়াক, দস্যু ভাস্কৰ এই নামতে আছে, তাক আমাৰ হাতত তুলি দিব লাগিব।

ৰাজঘৰীয়া আমাৰ ব্যৱসায়ৰ লগত যুক্ত। তেওঁৰ লগত আমাৰ সম্পৰ্ক সিমানেই। তেওঁ কেতিয়া ক'ত থাকে একো ঠিক নাই।

আপোনাৰ ভাইটোক যদি জীৱিত অৱস্থাত পাব খোজে তেন্তে এইবোৰ টালিবাজি কথা এৰক। আমি জানো আপোনাৰ লগত ৰাজঘৰীয়া তথা দস্যু ভাস্কৰৰ নিয়মিত যোগাযোগ আছে।

আৰে ভাই কিয় মিছাকৈ ফাকি-ফুকা দিবলৈ চেষ্টা কৰিছে। ৰাজী হৈ যাওক। সকলোফালৰপৰা মঙ্গল হব। ৰেজিনাক সমৰ্থন কৰি কলে বাছুলে।

মই মিছা কথা কোৱা নাই। মই দস্যু ভাস্কৰক চিনি নাপাওঁ। ৰাজঘৰীয়াক

যদি দৰ্কাৰ আপোনালোকেই তেওঁক বিচাৰি পাব। তেওঁক সকলোৱে চিনি পায়।

মনে ধৰিছে মিঠা কথাৰে কাম নহব। এই ক্ষেত্ৰত আমাক ক্ষমা কৰিব বৰুৱা চাহাব। আপুনি যেতিয়া এটা ঘৃণিত দস্যুক ধৰাই দিবলৈ কৰা ন্যায্য অনুৰোধ প্ৰত্যাখান কৰিলে তেনেহলত আমি আপোনাক এৰি দিব নোৱাৰো। আপোনাক যেনে তেনে মাস্তি কৰাবই লাগিব। জিয়া ।

বেজিনাই নামটো উচ্চাৰণ কৰাৰ লগে লগে বছুলে অমিতেশ বৰুৱাৰ পেটত পিস্তল এটা হেঁচি ধৰি কলে, হেণ্ডছ্ আপ। নন্দন বোলাটোৱে তেওঁৰ মুখখন বান্ধিবলৈ আগবাঢ়ি গ'ল।

ৰ'বা ব্ৰাদাৰ। অলপ ৰ'বা। মাজতে মানুহ এটাই সোমাই পৰি হুকাবধা কৰিলে। মাতটো তাৰ কিবা ধৰণৰ।

পৰিস্থিতিৰ এই আকস্মিক পৰিবৰ্ত্তনে চবকে চক খুৱাই দিলে। কিন্তু সিইত বাৰে ঘাটৰ চেঙেলিহে। তত্তালিকে আত্মসংযৰণ কৰি বেজিনাই আগন্তুকৰ মুখত পোহৰ পেলালে। এইবাৰহে বেছিকৈ চক্ খালে।

নবীন। হাঁওবণি কাটিলে বেজিনাই।

নকল নবীন, বেজিনা বিবি। আচল নবীনে এতিয়া চাপে বিজিতেশ বৰুৱাৰ ভাৰা মাৰিছে।

বিজিতেশ। অমিতেশে উত্তেজিত হৈ উচ্চাৰণ কৰিলে।

হয় বৰুৱা। আশা কৰিছো ইতিমধ্যে তেওঁ খব পাইছে পৈ।

কোন তই ? সুধিলে বছুলে। তাৰ মনত উথল-মাথল।

আপোনালোকে যাৰ কাৰণে আৰু দুটা হত্যাকাণ্ড কৰিবলৈ সাজু হৈছে মই সেই ঘৃণিত দস্যু ভাস্কৰ, মহামান্য নিষাদ-ৰাজ।

এয়া ল তোৰ· বছুলে তাৰ পিস্তলটো বৰুৱাৰ কালৰণৰা ভাস্কৰৰ ফালে উচাবলৈ চেষ্টা কৰোতেই কোনোবা এটা তাৰ ওপৰত জঁপিয়াই পৰিল।

সেই চেগতে বেজিনা আৰু মৌলাই পলাবৰ চেষ্টা কৰিলে। কিন্তু ভাস্কৰে থাপ মাৰি তাইৰ হাত এখন ধৰি পেলালে।

আ-হা-হা। বহুবাৰ গোলাপ, তুমি কলৈ যোৱা ? ভাস্কৰে অলপ ৰসিকতা কৰিবলৈ চেষ্টা কৰিলে।

এই, এইবোৰ কি ভাষা ? পাছফালৰপৰা এটা নাৰীকণ্ঠ কলকলাই উঠিল।

এইবাৰ ভাস্কৰৰ চকু খোৱাৰ পাল। সি পাছফালে ঘূৰি চালে।

তুমি।

হয়। ময়েই। পিছে এইবোৰ ভাষা কত শিকা হৈছে ? চম্পা যেন ভাস্কৰৰ অভিভাৱক। অসভ্যালি কৰা দেখি শাসন কৰিছে।

কিয় ? বেজিনাতো বহুবাৰে ছোৱালী। অৱশ্যে 'গোলাপ' শব্দটো মোৰ সংযোজন। মানে 'বহুবা'ৰ লগত গোলাপৰ ঘনিষ্ঠ সম্পৰ্ক আছেতো। সেই কাৰণে ।

হব আৰু। এইটো পাঠশালা নহয়। থব কৰা। চম্পাই কৰ্তৃত্বৰ সুৰত কলে।

হৈছে পৰভু। চেগ বুজি ফেহুৱে নিজৰ অস্তিত্বৰ প্ৰমাণ দিলে। সিয়েই বহুলৰ ওপৰত জঁপিয়াই পৰি নিশ্চিত আঘাতৰ হাতৰপৰা ভাস্কৰক ৰক্ষা কৰিছিল।

হঠাতে মৌলা আৰু নন্দনৰ কথা মনত পৰাত ভাস্কৰে ইফালে সিফালে ঘূৰি চালে।

আৰু দুটা আছিল নহয় ?

আছে দাদা।

বিয়াজ।

হয় দাদা। মানুহদুটো অচেতন হৈ পৰিছে।

বঢ়িয়া।

কিন্তু দেখাত বঢ়িয়া হলেও বাস্তৱত সকলো কথাই বঢ়িয়া নহয়। এই ক্ষেত্ৰতো নহল। যেতিয়ে বছুলক মাটিত পেলাই বাককৈয়ে খুন্দিলে সঁচা। কিন্তু সি ভবা নাছিল যে বছুলৰ দেহাটো কুসুম-কোমল নহয়। কোনো পেছাদাৰী দস্যুৱে নাথাকে। সিইতে চাৰ্কাচৰ খুলুৱৈৰ দৰে শৰীৰটো ভীষণ কষ্টসহিষ্ণু, কঠুৱা আক পেশী নিয়ন্ত্ৰণ অনুশীলন কৰে। যেতিয়ে হেঁপাহ পলুৱাই যিদৰে খুন্দিযালে সাধাৰণ মানুহ তিনিটাক সিপুৰীলৈ পঠিয়াবলৈ তাতকৈ বেছি খোন্দাৰ দৰ্কাৰ নকৰে। বছুলৰ পেশীবোৰত অলপ অলপ টনটননিৰ। বাহিৰে সি অইন কোনো অসুবিধা বোধ নকৰিলে। সি অচেতন হোৱাৰ ভাও জুৰি ফেহক ঠগিলে।

ভাস্কৰইঁত যেতিয়া নিজৰ মাজত কথা বতৰাত ব্যস্ত সেই চেগতে বছুলে সাউৎকৈ উঠি লৰ মাৰিলে। তাকে দেখি ভাস্কৰে বেজিনাক চম্পাৰ কালে ঠেলা মাৰি দি কলে, এইক বান্ধি পেলোৱা। মোৰ গাড়ীত বছী আক কাপোৰ আছে। সি বছুলৰ পাছে পাছে খেদি গ'ল। অলপ পাচতে বাৰীৰ কোনো বাখিনিত এনেকুৱা শব্দ হবলৈ ধৰিলে যেন তাত বনৰীয়া হাতীয়েহে কিবা লণ্ড-ভণ্ড কাণ্ড লগাইছে।

কেই মিনিটমান সেই লণ্ড-ভণ্ড কাণ্ড চলিল। তাৰ পাছত সকলো নিজম নিটাল হৈ পৰিল।

ছুটামান থেকেচাকে দি আগোংগৈ নেকি? ফেওঁৰে তাৰ ব্যৰ্থতাৰ লাজত মৰি যোৱা যেন হৈছিল। শেষত তাৰ প্ৰতিকাৰৰ উপায় হিচাপে থেকেচনিকে উপযুক্ত বুলি গণ্য কৰিলে।

নেলাগে। হৈছে আক। এইবুলি চম্পাই তাক হাক দিলে। তই গাড়ীৰপৰা বছী আক কাপোৰ আন গৈ।

সেই সময়তে ভাস্কৰে বছুলৰ অচেতন দেহটো কঢ়িয়াই আনিলে।

মই মোৰ গাড়ীতে ইহঁত কেইটাক লৈ যাও। বিয়াজ, ইহঁতক হাতভৰি আক মুখ বান্ধি মোৰ গাড়ীত তুলি দিয়া।

গাড়ীত কোন যাব ? চম্পাই সুধিলে।

নবীন ড্ৰাইভাৰ অকলেই যাব।

নবীন ড্ৰাইভাৰে অকলে চম্ভালিব নোৱাৰিবও পাৰে।

তেনেকুৱা বদনাম নিদিবা। অইন নহলেও মৰা মানুহ কঢ়িয়াই নিব নোৱাৰাৰ বদনাম দিলে বেচেৰাৰ ওপৰত অবিচাৰ কৰা হব। এইবুলি সি প্ৰাণখুলি হাঁহিলে।

হাঁহিবৰ কি হল ? ভেকাহি মাৰি কলে চম্পাই। এইবোৰ মানুহক বিশ্বাস কৰা টান।

তাতকৈ দেখিছো তোমাৰ বেছি অবিশ্বাস দস্যু ভাস্কৰৰ ওপৰতহে। ভাস্কৰে আকৌ হাঁহিলে।

চম্পাই কোনো উত্তৰ নিদিলে। হয়তো মনত পৰিল অমিতেশ বৰুৱাৰ কথা। তেওঁ এটা যন্ত্ৰৰ দৰে নিৰৱ নিস্পন্দ হৈ চাই আছে। হয়তো শুনিছে কথাবোৰ। কিন্তু বিশ্বাস কৰিব পৰা নাই। এনেকুৱা ঘটনাও যে ঘটিব পাৰে সেয়া তেওঁৰ সপোনৰো অতীত।

মিঃ বৰুৱা ! ভাস্কৰে মাত লগালে।

অমিতেশ বৰুৱাই যেন টোপনিৰ পৰাহে সাৰ পালে।

কিবা কৈছে ?

খুব অবাক হৈছে, নহয় ?

কি যে হৈছে নিজেই বুজিব পৰা নাই।

এয়া এক বেলেগ জীৱন বৰুৱা। নুবুজাই ভাল। বুজিবা কি ? আমি আন্ধাৰৰ জীৱ। আন্ধাৰতে বাস কৰো। এটা কথা বৰুৱা। এটা অনুৰোধ।

কি ?

আপুনিতো আপোনাৰ ভায়েৰাৰ মুক্তি-মূল্য স্বৰূপে দহহেজাৰ টকা দিবলৈ মনস্থ আছিল ?

নিশ্চয়।

সেই টকাখিনি আন এটা মাহুহক দিয়াত আপোনাব আপত্তি আছে নেকি ?

কোনো আপত্তি নাই। দিব পাবিলে মই সুখীহে হয়। এতিয়াও দিব পাৰো। লগতে আছে।

সেই মাহুহ ইয়াত নাই। তাব নাম নবীন ড্রাইভাব। নবীন পাটোৱাবী। বব দুখীয়া মাহুহ। ডাঙব পবিয়াল। সি দাবিদ্রব তাডনা সহিব নোৱাবি এই বহমাচবোবব লগ লাগিছিল। সি কিন্তু বেয়া মাহুহ নহয়। দাবিদ্র্যই তাক পাপব মুখলৈ ঠেলি দিছে। তাব গাড়ীব নম্বব ১৫৪৪। যদি কেতিয়াবা সি যায়, তাক কিবা সুবিধা এটা কবি দিব। আজিব এই নাটকব নেপথ্য নাট্যকাব সিয়েই। সি সহায় নকবা হলে এই নাটক হয়তো এনে সুকলমে অভিনীত নহলহেঁতেন। আপুনি যক পৈ।

এওঁলোকো মোব গাডীতে যাব পাবে।

নিশ্চয় পাবে। কিন্তু তেতিয়াহলে সিহঁতক হয়তো মই দুবাই নাপাম আক। এই বুলি প্রকাণ্ড হাঁহি এটা মাবি সি তাব টেক্‌চিখনব কাষে খোজ দিলে।

থানাব ভিতবত ভীষণ উত্তেজনা। খবব পাই বিকাশ বকরাও আহিছে। পইকীয়াক এজন যুদ্ধবিজয়ী বীবব দবে দেখাইছে। তেওঁ মনে মনে কোম তায়েল কবিছে। কিন্তু প্রতিবাবেই হতাশ হৈ কোন নমাই থৈছে।

অৱশেষত বেনিবা পালে।

হেলো, মিঃ বকরা ?

আপুনি ক'ত আছিলে ?

তাব মানে ?

কিন্তু তেওঁকতো আমি উদ্ধাব কবি আনিছো। ইয়াতে আছে। সুখ আছে। আপুনি ভতি আহক।

ৰাক ৰাক। শইকীয়াই ফোন থৈ দিলে।

ডেনজাৰাছ ক্ৰিমিনেল, বুইছে মিঃ বৰুৱা। শইকীয়াই গৰ্ব্বেৰে সৈতে বিকাশ বৰুৱাক কলে।

এই সময়ত বাহিৰত কাৰবাৰ মাজত তৰ্কাতৰ্কি হোৱা শুনা গ'ল।

কিহৰ কাজিয়া বাহিৰত? শইকীয়াই জানিব খুজিলে।

এটা টেক্‌চি ড্ৰাইভাৰে আপোনাক লগ পাব খুজিছে চাৰ। এজন অফিচাৰে কলে।

লৈ আহক।

অফিচাৰজনে জুমাক লৈ আহিলে।

কি লাগে? সুধিলে শইকীয়াই।

বেমাৰী আনিছো চাৰ।

বেমাৰী। কি বেমাৰী?

নাজানো চাৰ। মোক মানুহ এটাই কলে, এই কেইটা বেমাৰী শইকীয়া চাহাবক চমজাই দিবি। আৰু গাড়ীখন নৱীন ড্ৰাইভাৰক গতাই দিবি। মোক চাৰ পঞ্চাছটা টকাও দিলে। আৰু এইখন চিঠি।

চিঠিখন পঢ়ি শইকীয়াই খপকৈ উঠি অফিচাৰজনক কলে, আহকছোন।

এজন নহয় এজাক অফিচাৰ তেওঁৰ পাছে পাছে গল।

টৰ্চ মাৰি গাড়িৰ ভিতৰৰ দৃশ্য দেখি শইকীয়াৰ মাত নাইকিয়া হল। কিন্তু পাচ মুহূৰ্ত্ততে তেওঁ চিঞৰি চিঞৰি বিকাশ বৰুৱাক মাতিলে।

মিঃ বৰুৱা, চাওকহি। এবাৰ নিজ চকুৰে চাই লওক 'নিষাদ' নামৰ খুনী দলটোৰ নেত্ৰী আৰু তাইৰ প্ৰধান সহকাৰীটোক।

ইয়াৰ পাছৰ ঘটনা আইনৰ হাতত। আমাৰ কাহিনীৰ ইয়াতেই অন্ত।

হে পাঠক, আপোনাৰ যদি কেতিয়াবা এখন টেক্‌চিৰ দৰ্কাৰ হয় তেতিয়া হলে ৪২৪২ নম্বৰ টেকচিখন অৱশ্যেই বিচাৰিব। যদি পায় তেতিয়াহলে

দেখিব ড্ৰাইভাৰজনে হাঁহি এটা মাৰি আপোনাক দুৱাৰখন মেলি দি কব, উঠক, ককাইদেউ, অথবা উঠক বাইদেউ। আপুনি উঠি বহাৰ পাছত দুৱাৰখন মাৰি হাঁহি মুখেৰে সুধিব, কোনফালে যাম ? যাওঁতে বাটত কিবা নহয় কিবা কাহিনী এটা আপোনাক শুনাই দিব। কাহিনীৰ শেষত আপুনি জানি যাব যে আপুনি যাক দৰ্মহা খোৱা ড্ৰাইভাৰ বুলি ভাবিছে সেই মানুহজনেই টেক্‌চিখনৰ মালিক। আপুনি যদি বিস্ময় প্ৰকাশ কৰে তেন্তে তেওঁ খিক্ খিক্ কৈ হাঁহিব। তেতিয়া গাড়ীখনৰ স্বভাৱ-চৰিত্ৰ, আহাৰ-পানীত তাৰ মিতাচাৰিতা সম্পৰ্কে সকলো গোপন কথা আপুনি জানি যাব। আৰু জানিব পাৰিব মালিক তথা ড্ৰাইভাৰজনৰ নাম নবীনচন্দ্ৰ পাটোৱাৰী বুলি। আপুনি যেতিয়া গাড়ীখনৰ পৰা নামি যাব তেতিয়া আপোনাৰ ধাৰণা হব টেক্‌চিখন আৰু তাৰ চালকজন আপোনাৰ বহুতদিনৰ চিনাকি।

